# ভক্তি-ৰত্ন মালা।

---

শ্রীবিষ্ণুৰাম তালুকদাৰৰ দ্বাৰা
সম্পাদিত।



প্ৰকাশক,
এজেন্সি কোম্পানী।
পোঃ আঃ ৰিহাবাৰী, আসাম।

নতুন তাঙৰণ।

ডিব্রুগড়— সদাশিৱ যন্ত্ৰত
শ্রীৰত্নেশ্বৰ চক্ৰবৰ্ত্তীৰ দ্বাৰা ছপা হ'ল।

১৯২৭

বেচ ৷৹ বাৰ অনা মাথোন।

# ভক্তি-ৰত্ন-মালা।



শ্ৰীবিষ্ণুৰাম তালুকদাৰৰ দ্বাৰা সম্পাদিত।

প্ৰকাশক।

এজেঞ্চি কোম্পানী।

পোঃ আঃ ৰিহাবাৰী আসাম।

নতুন তাঙ্গৰণ।

ডিব্ৰুগড়—সদাশিৱ যন্ত্ৰত

শ্ৰীৰত্নেশ্বৰ চক্ৰবৰ্তীৰ দ্বাৰা ছাপা হ'ল।

১৯২৭।

# ভক্তি ৰত্ন-মালা।

## ভক্তি নিৰ্ণয়।

### পদ।

জয় জয় কৃষ্ণ কৃপাময় গুণ ধাম।
পতিত নিস্তাৰ হয় স্মৰি যাৰ নাম॥
যাৰ চৰণৰ কৃপালেশে পাপী জন।
তৰে অপ্ৰয়াসে ঘোৰ সংসাৰ বন্ধন॥
নমো নমো কৃষ্ণ মোৰ নিজ ইষ্ট দেৱ।
ইহ পৰ লোকে তুমি বিনে নাহি কেৱ॥
মোক ভৃত্য বুলি নাথ নেৰিবা মৰণে।
পশিলোঁ শৰণ নাথ তোমাৰ চৰণে॥
বেদান্ত শাস্ত্ৰত শুনি আছোঁ এহিতত্ত্ব।
পশিলোঁ শৰণ যিটো তযু চৰণত॥
তাহাক স্বৰূপ তুমি দিয়া দামোদৰ।
মোক দাস বোলা বাপ! কৰোহু কাতৰ॥

পতিত পাৱন তুমি জগত বিদিত।
মোত পৰে পতিত নাহিকে পৃথিবীত ॥
মোৰ দোষ গুণ নিবিচাৰি নাৰায়ণ ;
নিজ কৃপা গুণে মোত হুয়োক প্ৰসন্ন ॥
তোমাৰ একান্ত মহন্তৰ সঙ্গ দিয়ো।
সন্তৰ চৰণে প্ৰভু মোক বান্ধি থয়ো ॥
শ্ৰীযাদবেন্দ্ৰ আৰো শ্ৰী মন্ত শঙ্কৰ।
পশিলোঁ শৰণ চৰণত দুহান্তৰ ॥
কৰা কৃপা কৃষ্ণত আসি জগত ইবাৰ ;
এই দুই স্বৰূপে ভৈলন্ত অৱতাৰ ॥
পৰম ভকতি দিব্য গুপুত বেদত।
মুদ ভাঙ্গি মেলি দিলা শ্ৰীমন্ত শঙ্কৰ ॥
তাঙ্ক শূদ্ৰ বলি যিটো কৰে অপমান।
নাই কদাচিটো তাৰ ভৱ পৰিত্ৰাণ ॥
ভাগৱত শাস্ত্ৰ তেন্তে কৰিয়া বিচাৰ।
একশৰণ ভক্তিক কৰিলা প্ৰচাৰ ॥
না নান দেশৰ পৰা পণ্ডিত আসিলা।
শূদ্ৰে পঢ়ে ভাগবত বুলিয়া বাধিলা ॥
কৃষ্ণৰ কৃপাত তেওঁ কৰিয়া বিশ্বাস।
জিনিলা সবাৰো বাদ কৰি অপ্ৰয়াস ॥

নৰনাৰায়ণ মহামতি নৃপেশ্বৰ।
পৰম পণ্ডিত মহা গুণৰ সাগৰ॥
শ্রীশঙ্কৰক ৰাজায়ে কৰিয়া আশ্বাস।
বোলন্ত কৰিয়ো হৰি ভকতি প্রকাশ॥
তাহান পৰম শিষ্য ভৈলন্ত মাধৱ।
বখানিলা ভাগৱত কৰি নৱ নৱ॥
শ্রীদামোদৰ আৰু সন্তযে ভূষণ।
আৰসব আদি কৰি আন সাধুগণ॥
শঙ্কৰৰ মতক ধৰিলা কৰি সাৰ।
শ্রীশঙ্কৰৰ পদে কৰোহু নমস্কাৰ॥
মই অধমৰ দোষ কৰা উপশম।
সমাজিক লোকে ডাকি বোলা ৰাম॥

—ঃ—ঃ—

## ছবি।

শ্রীভাগৱত নাম, মহা শাস্ত্র অনুপম,
বখানিলা অকুলিন সূত।
বৈষ্ণব পুৰুষ ভৈলে, সকলো শাস্ত্রৰ পাত্র,
নেদেখিবা আত অদ্ভুত॥

বঁদিবা আছয় দোষ, মনে কৰা অসন্তোষ,
তেন্তে কিয় মহা মুনি শুকে !
এই সূতে ভাগৱত, কহিবেক বুলি ঋষি,
সমাজ্যাত কহিলা উৎসুকে ॥
ইটো ভাগৱত শাস্ত্র, পঢ়োক চাৰিও জাতি,
আত অনু মাত্র শঙ্কা নাই ।
দ্বাদশ স্কন্ধৰ শেষ, অধ্যায়ত সূতে কয়,
দেখা ভাগৱত শাস্ত্র চাই ॥
ভাগৱত শাস্ত্র, পঢ়োক ব্ৰাহ্মণ জাতি,
আত তাৰ জ্ঞান হোৱে সিদ্ধি ।
ক্ষেত্রি পঢ়ি ৰজা হয়, সসাগৰা পৃথিবীৰ,
বৈশ্যে পঢ়ি পাৱে নৱ নিধি ॥
শূদ্র সবে পঢ়ে যেবে, ইটো মহা ভাগৱত,
হৈবে মহা পাতেকেও শুদ্ধি ।
উপজিবে প্রেম ৰাশি, কৃষ্ণৰ চৰণে আসি,
পৰম নৈষ্ঠিক হোৱে বুদ্ধি ॥
পদ্ম পুৰাণত আৰু, বোলন্ত গৌতম ঋষি,
শুনা অম্বৰিষ নৰপতি ।
শুক দেবে কহিবন্ত, ইটো মহা ভাগৱত
পঢ়ি মহা সুখে সাধে গতি ॥

বিচিত্ৰ বীৰ্য্যৰ দাসী, তান পুত্ৰ বিদুৰেয়ো,
ভাগৱত শাস্ত্ৰ পঢ়িলন্ত ।
ব্যাসে বোলে মই জানো, শুকে জানে ভাগৱত,
বিদুৰে কি জানে নজানন্ত ॥
পাণ্ডৱি গীতাত আৰো, বিদুৰে বুলিলা বাক্য,
পঢ়িলো সকলো শাস্ত্ৰ চয় ।
বিচাৰিয়া পুনু পুনু, ন্যাৰায়ণ চৰণক,
স্মৰণ কৰিলোহু নিৰ্ণয় ॥
মহা ভাগৱত শাস্ত্ৰ, চতুৰ্থ স্কন্ধত আৰো,
পৃথুৰ চৰিত্ৰ কহিছন্ত ।
ইটো মহা ভাগৱত, ব্ৰাহ্মণে পাঢ়য়া জানা,
ব্ৰহ্ম তেজ বাঢ়ে অপৰ্য্যন্ত ॥
ক্ষোত্ৰ সবে পঢ়ি হৈবে, সমস্ত পৃথিবী পতি,
বৈশ্য পঢ়ি পাৱে বহু ধন ।
শূদ্ৰ সবে পায় যেবে; ইটো মহা ভাগৱত,
হৈবেক উত্তম সাধু জন ॥
ধৃতৰাষ্ট্ৰ নৃপতিৰ, সেৱক সঞ্জয় বীৰ,
গীতা শাস্ত্ৰ খান বখানিলা ।
ওঠৰ অধ্যায় গীতা, সঞ্জয়ৰ প্ৰসাদেও,
কুৰু ৰাজে সমস্তে জানিলা ॥

সহস্ৰ নামত আৰো,           দেখিয়ো বিচাৰ কৰি,
চাৰিও জাতিৰ অধিকাৰ।
সাত কাণ্ড ৰামায়ণ,           পতিত বাল্মীকি ঋষি,
শ্লোক বন্ধে কৰিলা প্ৰচাৰ ॥
ইত্যাদি বচন চয়,           অনুসাৰে ধীৰ সবে,
মোৰ দোষ কৰা পৰিহাৰ।
ব্ৰহ্মাণ্ড ভিতৰে যত,           আচয় পণ্ডিত সব,
সবা হাঙ্কো কৰো নমস্কাৰ ॥
নমো নমো দামোদৰ,           ভকতৰ বিঘ্ন হৰ,
দৈবকী নন্দন দয়াময়।
কহিলো স্বৰূপ বাণী,           পতিত পাৱন জানি,
তয়ু পাৱে গৈলোহু বিক্ৰয় ॥
তুমি বিনে নাৰায়ণ,           বন্ধু নাই আনজন
যোগ ভোগ পদ দাতা হৰি।
গুচায়ো মায়াৰ বান্ধ           হে কৃষ্ণ সদানন্দ
লয়ো মোক নিজ দাস কৰি ॥
শুনা সামাজিক জন           কালে ধৰে কেতিক্ষণ
ইটো শঙ্কা নাহিকে মনত।
সমস্তে থাকিবে পৰি           একেশ্বৰে যাবা মৰি
দিবা কিবা উত্তৰ যমত ॥

দাৰুণ কিঙ্কৰে ধৰি অনেক নিগ্ৰহ কৰি
ভুঞ্জাইবেক যাতনা যত ।
হৰি দেৱ বিনে আন কৰন্ত নাহিকে ত্ৰাণ
লয়ো জান্তে শৰণ কৃষ্ণত ॥
দুৰ্ল্লভ মনুষ্য কায় আৰ আয়ু ব্যৰ্থে যায়
ত্যজা চাৰ ভাষ ভুষ কাম ।
কৃষ্ণক হিয়ে ধৰি সুদৃঢ় বিশ্বাস কৰি
ডাকি সবে বোলা ৰাম ৰাম ॥

---

আচৰ্য্য নিৰ্ণয় ।

ঘোষা ।

**গোপাল গোবিন্দ ৰাম মুৰাৰি ।**
**ভকত জনৰ অভয় হাৰী ॥**

পদ ।

ভক্তিৰ আচাৰ্য্য কৰি নিৰ্ণয় ।
শুনিয়ো সব সমাজিক চয় ॥
নাহিকে বৰ্ণাশ্ৰম ধৰ্ম্মকাম ।
শুনিও সমাজে পৰি নিজম ॥

সৌনকাদি ষাঠি হাজাৰ ঋষি।
সূতক মাতিল গুৰু হৰিষি॥
আমাৰ বচনে প্ৰমাণ নাই।
দেখিয়ো প্ৰথম স্কন্ধক চাই॥
সৌনকে বোলে শুনা সূত মুনি।
তোমাৰ মুখে কৃষ্ণে কথা শুনি॥
গুছিল আমাৰ সংশয় যত।
তেজিলো বিশ্বাস কৰ্ম্মৰে আত॥
হোমৰ ধূম্ৰত গৈলেক প্ৰাণ।
জীৱায়ো হৰি কথা দিয়োদান॥
ভাগৱত শাস্ত্ৰ জানয় যত।
সেহি সে পৰম গুৰু সাক্ষাত॥
আমাৰ বাক্যত প্ৰমাণ পাই।
দেখিয়ো দ্বিতীয় স্কন্ধক চাই॥
চাৰিতি শ্লোকে কৈলা নাৰায়ণ।
এতেকে ঘটিল এক শৰণ॥
সেহি দিন হন্তে ভকত ব্ৰহ্মা।
পদ্ম কল্পৰ জানিবা সীমা॥
অন্তৰ কুলে ভৈলা উৎপন্ন।
প্ৰহ্লাদ নামে মহা সাধুজন॥

তকতিতহে দিয়া উপদেশ।
তৰিলা দৈত্যৰ পুত্ৰ নিশেষ ॥
আছয় আন যত সাধুজন।
কুল সদাচাৰ শীল সম্পূৰ্ণ ॥
প্ৰহ্লাদ সবাতো ভৈলা প্ৰধান।
নৃসিংহৰ বাক্যে লয়ো প্ৰমাণ ॥
বানৰে পাৰে দিলে উপদেশ।
নাহিকে ইহাৰ কিছু সন্দেহ ॥
আমাৰ বচনে প্ৰমাণ নাই।
দেখিয়ো তৃতীয় স্কন্ধক চাই ॥
কিম্পুৰুষ বৰিষ নিবাসী।
কন্ত হনুমন্তে তত্ব প্ৰকাশি ॥
ৰাক্ষস জাতি ভক্ত বিভীষণ।
তেহেন্তে তাৰিলা ৰাক্ষস গণ ॥
কুবেৰ নামে আৰো যক্ষপতি।
দিলা উপদেশ ধ্ৰুবক মাতি ॥
বোলা যদি আত প্ৰমাণ নাই।
পাইবাহা চতুৰ্থ স্কন্ধক চাই ॥
জাতিত যৱণ নামে কুবিৰ।
তেহে উপদেশ দিলা ভক্তৰ ॥

কৃষ্ণৰ কিঙ্কৰে কহে যুগুতি।
হৰি হৰি বুলি সাধা মুকুতি॥

———०———

ঘোষা।

## কৃষ্ণেসে জীৱন কৃষ্ণেসে প্ৰাণ।
## কৃষ্ণ বিনে নাই বান্ধৱ আন॥

## পদ।

চণ্ডালে দিউক ভক্তি উপদেশ।
নাহিকে আত শঙ্কা লয় লেশ॥
আমাৰ বাক্যত নাই সঙ্কাত।
গড়ুৰ পূৰাণে দেখা সাক্ষাত॥
ভকত চণ্ডালিনী মহা মতি।
দেখিয়া নাৰদে তাইৰ ভক্তি॥
বোলন্ত শুনা চণ্ডালিনী আই।
তোমাক বন্দিবে মোৰ জুৰাই॥
জানিলি কৃষ্ণৰ পৰম তত্ত্ব।
তোৰ সম নাই আৰু ভকত॥

বেদৰ শাস্ত্ৰৰ জানিলি মূল ।
তাৰিলি সমস্ত চণ্ডাল কূল ॥
যত কৰ্ম্ম ধৰ্ম্ম বহু আশ্ৰম ।
ভকতি পথত নাহি নিয়ম ॥
পুত্ৰ ভাৰ্যা যিটো কনিষ্ঠ আতি ।
তাহাত শিকোক হৰি ভকতি ॥
নকৰা আত বাক্য অৱমানি ।
পঞ্চম স্কন্ধত লয়ো প্ৰমানি ॥
কপিল পুত্ৰত লভিয়ো জ্ঞান ।
পালা দেৱহুতি বৈকুণ্ঠ স্থান ॥
ইন্দ্ৰ আদি যত দেৱতা গণ ।
ভাতৃত পুত্ৰত লৈলা শৰণ ॥
বিশ্বৰূপে পাৱে কৰিয়া সেৱ ।
ৰিলা দুৰ্গতি যতেক দেৱ ॥
ইটো বাক্যে যদি সঞ্জাত নাই ।
ষষ্ঠ স্কন্ধ সপ্তপ স্কন্ধক চাই ॥
আপোনাৰ ভায্যা যত ব্ৰাহ্মণী ।
বিপ্ৰ সবে গুৰু তাহাক মাণী ॥
মহা কৰ্ম্ম গৰ্ব্ব কৰিয়া দূৰ ।
লভিলা ভক্তি লৈলা বিষ্ণু পুৰ ॥

সপ্তম স্কন্ধত দেখিয়ো চাই।
শ্ৰীধৰ স্বামীয়ো আছে দঢ়াই॥
ভকতিত যাক দেখিয়ো ডৰ।
তাকেসে শাস্ত্ৰেয়ো কৰয় বৰ॥
প্ৰেমে পুলকিত দেখিয়া যাত।
কৰিয়ো সমস্তে বিশ্বাস তাত॥
তাহাঙ্ক স্মৰণে সংসাৰ তৰি।
উদ্ধবৰ আগে কহিলা হৰি॥
বিষয়ক যিটো আশ্ৰয় কৰে।
নপাৰে কৃষ্ণক সিসব নৰে॥
কণাক যেন কণা নেই ধৰি।
গৰ্ত্তত পৰি পাৰে ধাউ গেৰি।
সেহি মতে হুয়া বেদত অন্ধ।
নেৰায়ো গুৰু সংসাৰ বন্ধ॥
আমাৰ বাক্যত নাহি প্ৰমানি।
সপ্তম স্কন্ধে প্ৰহলাদৰ বাণী॥
সিও গুৰু অভিমানে তেজোক।
শিষ্যেয়ো তাক গুৰু নুবুলোক॥
সংসাৰ তাৰিতে নপাৰে যিটো।
কেন মতে গুৰু ভৈলেক সিটো॥

ৰক্ষা কৰ্ত্তা অধিকাৰীৰ ধিক।
লোকৰ তাৰ৷ পূজা লোৱে কিক॥
পৰম ভকতি দেখিবা যাত।
কৰিবা সমস্তে সম্বন্ধ তাত॥
ভকতি দাতা গুৰু যিটো হয়।
সেহিসে বন্ধ সেহি কৃপাময়॥
তান্ত পৰে আন দেবতা নাই।
নিশ্চয় কৰিয়া কৈলোঁ দঢ়াই॥
তাঙ্ক নৰ বুদ্ধি কৰে যিটো পাপী।
ৰাম নাম দুইকো নিন্দে চাপি॥
পঞ্চম স্কন্ধত দেখিয়ো তাক।
ঋষভ ঈশ্বৰে বুলিলা বাক॥
ভকতি ৰত্ন মালা ইটো গ্ৰন্থ।
কহয় কেৱল ভকতি পন্থ॥
লিখি আনি যিটো থোৱে গৃহত।
তাহাৰ পাপ তাপ হোৱে হত॥
পঢ়ে শুনে যিটো কৰে বিচাৰ।
বাঢ়িবে একান্ত ভকতি তাৰ॥
ভকতি ৰসিক যি সব জন।
কৰিয়ো ইহাত মহা যতন॥

কহয় ৰামে দীন হীন মতি।
জনমে জনমে ৰামেসে গতি ॥
সভা সদ মোক কৰিয়ো দয়া।
বোলা হৰি হৰি তৰিয়ো মায়া

———•———

সাধু নির্ণয়।

পদ।

বৈষ্ণৱক নৰবুদ্ধি কৰে যিটো জন।
হৰিকথা শুনি বাকো নাই প্ৰয়োজন ॥
নাৰদ বচনে লয়ো ইহাৰ প্ৰমান।
সপ্তম স্কন্ধত দেখিয়োক বিদ্যমান ॥
যিটো জ্ঞান দাতা গুৰু পৰম মহন্ত।
তাক নৰবুলি যিটো অবজ্ঞা কৰন্ত ॥
শ্ৰৱণ কীৰ্ত্তনে তাৰ নধৰয় ফল ॥
যেন হস্তী ধুৱালে ডুনাই বান্ধে মল।
বৈষ্ণৱৰ সেৱাত ভকতি পাৱে নৰে ॥
ভকতি ভৈলেসে জানা মোক বশ্যকৰে ॥

এতেকেসে কলিত বৈষ্ণৱে বিষ্ণু হন্ত।
বৈষ্ণব অমৃতত কহিছন্ত ভগৱন্ত॥
একাদশ স্কন্ধত শুনা শিবৰ বচন।
মহেশে বোলন্ত মাৰকণ্ড তপোধন॥
মই ব্ৰহ্মা বিষ্ণু তিনি দেবতাত সাৰ।
তুমি হেন সন্তক কৰহোঁ নমস্কাৰ॥
মহন্তেসে পূজ্য মোৰ সবতে-প্ৰধান।
নৱম স্কন্ধত লয়ো ইয়াৰ প্ৰমান॥
দুৰ্ব্বাসাৰ আগত কহিলা হৰিতত্ত্ব।
কায়বাক্য মনে মোৰ থাটে ভকতত॥
চতুৰ্ভুজ দেহা মোৰ লক্ষ্মী নিজ জায়া।
সাধুজন বিনে মোৰ কতো নাই দয়া॥
প্ৰেমজৰি বন্দি কৰি আছয় আমাক।
নাহি শকতি এৰি যাইবে তাসম্বাক॥
তৃতীয় স্কন্ধত আক দেখিয়ো বিচাৰি।
কপিলে বোলন্ত আই মনুৰ কুমাৰী॥
অন্তৰে বাহিৰে শঙ্কা গুছিল যাহাৰ।
তাৰা সবে মহা সাধু জগতত সাৰ॥
লয়োক প্ৰাৰ্থনা কৰি সঙ্গ তাসম্বাৰ।
তোমাৰ কুসঙ্গ সবে হৈবো পৰিহাৰ॥

পৰম করুণাশীল ভকত সকল ।
তাসম্বাৰ সঙ্গে হৈবা পৰম নির্ম্মল ॥
একাদশ স্কন্ধত দেখিয়ো মন কৰি ।
কহিছা পূজাৰ বহুবিধ স্থান হৰি ॥
সবাতো অধিক মহাজন মহা পূজ্য ।
কৰিল বিদিত কৃষ্ণ বেদান্তৰ গুহ্য ॥
সেহি একাদশতে কহিছে সিদ্ধ গণ ।
দেবত তীৰ্থত কৰি পূজ্য মহাজন ॥
বৈষ্ণব অমৃতত হৰি বুলিলা বচন ।
মোহোৰ পৰম গুৰু মহা সাধু জন ॥
সৰ্ব্বোত্তম ভকতক মই গুৰু মানোঁ ।
ভকত গুৰুত বিনে আনক নজানোঁ ॥
একাদশ স্কন্ধে হৰি উদ্ধব আগত ।
বোলন্ত পৰম গুহ্য কৰোহু বেকত॥
যোগ সংখ্যা কৰ্ম্ম ধৰ্ম্ম জ্ঞান তপব্ৰত ।
নকৰে আমাক বশ্য কৈলোঁ সাৰতত্ত্ব ॥
আন কৰ্ম্ম কৰি দুখ মাত্ৰ পাৱে লোকে ।
এতেকে সন্তৰ সঙ্গে বশ্য কৰে মোকে ॥
বিদুৰত থাকি যদি স্মৰে মহন্তক ।
দহে তৎকালে মহা মহা পাতেকক ॥

প্ৰথম স্কন্ধত পৰীক্ষিতে বিনাৱন্ত।
বোলন্ত শুনিয়ো শুকমুনি মহা সন্ত ॥
তুমি হেন মহন্তক স্মৰণ মাত্ৰতে।
গৃহস্থ সকলে তৰে মহা পাতেকতে ॥
দৰশণ পৰশণ ঘটিল যাহাৰ।
কোনে কহি অন্ত পাৱে ভাগ্যক তাহাৰ॥
দ্বিতীয় স্কন্ধত সূতে বুলিলা বচন।
মহন্তৰ শীল শিক্ষা ধৰে যিটো জন ॥
গাৰো মিৰি আদি ভোট যবন কছাৰি।
ইসব তৰয়ে মহন্তক সেৱা কৰি।
চতুৰ্থ স্কন্ধত কন্ত পৃথু মহা ৰাজ।
বোলন্ত শুনিয়ো মহা মহন্ত সমাজ ॥
বৈষ্ণব সবৰ পদ ৰেনু অনুপম।
কিৰিটিৰ অগ্ৰত ৰাখিবো অবিশ্ৰাম ॥
দশম স্কন্ধত ব্ৰহ্মা কৰন্ত প্ৰাৰ্থন।
ইটো বৃন্দাৱনে হৈবো এক গছি তৃণ ॥
পৰম ভকত গোপী সবৰ ধূলাক।
যদি মোৰ ভাগ্য থাকে লভিবো তাহাক ॥
উদ্ধবে বোলন্ত ইটো গোপীকাৰ ধূলি।
বন্দোঁ বাৰম্বাৰ হৰা মথে ধৰো তুলি ॥

গোপী সকলৰ কথা কৃষ্ণ গুণ গীত।
এৰিলা পীৰিত ইটো তিনিয়ো জগত ॥
একাদশ স্কন্ধে হৰি দৈৱকী নন্দন।
সম্বোধিয়া উদ্ধবক বুলিলা বচন ॥
নিৰপক্ষ মুনি সান্ত মূৰ্ত্তি যিটো জন।
হেন মহন্তৰ পাৱে কৰোহু প্ৰণাম ॥
মোৰ শৰীৰত আছে ব্ৰহ্মাণ্ড যতেক।
ভকতৰ ধূলা পৰি পৱিত্ৰ প্ৰত্যেক ॥
ভকত সকল মোৰ জানা নিজ প্ৰাণ।
ভকতত পৰে মই নিচিন্তোহু আন ॥
পঞ্চমত বসু গণে ভৰত আগত।
বোলন্ত বচন ৰজা হুয়া অবনত ॥
তোমাৰ চৰণ ৰেণু লৈল যিটো জন।
বাঢ়িবে ভকতি তাৰ তোমাৰ চৰণ ॥
তুইদণ্ডে মোহোৰ বিবেগ ভৈলা হত।
তুহি অদভুত ইটো মোহোৰ মনত ॥
উদ্ধবক সম্বধি বোলন্ত নাৰায়ণ।
লক্ষ্মী ভাৰ্য্যা ব্ৰহ্মা পুত্ৰে আৰো ত্ৰিনয়ণ ॥
সদা বল ভদ্ৰ চতুৰ্ভুজ কলেবৰ।
এতেকে তুহিকে মোৰ তুমি সম সৰ ॥

ইত্যাদি বচনে অনুসাৰে দেখা চাই।
মহন্ত নৈলন্ত মাত্র ঈশ্বৰে ডৰাই॥
নমানিবে কোন জনে কৃষ্ণৰ বচন।
জানি সাধু সেৱা কৰা বুলি সন্তজন॥
ভক্তি ৰত্নমালা পদ শুনা সাবধানে
ইহাক স্মৰণে গতি দিব নাৰায়ণে॥
শুনা সমাজিক মোক নুবুলিবা ধিক।
আমাক নিন্দি তুমি লাভ পাইবা কিক
পৰনিন্দা দুৰ্ব্বাসনা দুৰ্জ্জন জনৰ।
তুমি সব মহা সাধু বুদ্ধিৰ সাগৰ॥
হুই নুই বুলি অৰ্থ কৰন্ত বিচাৰ।
এতেকে তাৰাক মই কৰোঁ নমস্কাৰ॥
ভাগবত শাস্ত্র পঢ়িছে যিটো জন।
শিৰ পাতি দেও তাক কৰন্ত নিন্দন।
নজানি শাস্ত্রক যিটো নিন্দে মন্দ মতি
তাক অবনত ভাবে কৰোঁহু কাকুতি
তাৰা কেনে জানিবেক মহন্তৰ ধৰ্ম্ম।
বাঁজিকি জানয় প্ৰসূতাৰ কেনে মৰ্ম্ম॥
যোদ্ধা সবে জানে অস্ত্র প্ৰহাৰ সংহাৰ।
নৰ্ত্তকী জানয় নৰ্ত্ত চাৰ্য্য আপোনাৰ॥

নৰ্ত্তকীৰ নৃত্য অস্ত্ৰধাৰী সকলৰ।
নজানয় কদাচিতো অশিক্ষিত নৰ॥
বনিয়াছে জানে সুবৰ্ণৰ যত বন।
অন্ধকৰ হাতে দিলে নুবুজে প্ৰমান॥
সেহিমতে কৰিছে কবিৰ জানে মোল।
কদাচিতো তাৰা নুবুলিবে নিন্দা বোল॥
নমোঁ নমোঁ কৃষ্ণ দেৱ তোমাৰ চৰণে।
কায়বাক্য মনে হেৰা পশিলো শৰণে॥
তোমাৰ কথাত মোৰ হৌক নিজ কাম।
সমাজিক লোকে ডাকি বোলা ৰাম ৰাম॥

---

বৈষ্ণৱ লক্ষণ।

## ছুলড়ি।

মহন্ত সবৰ, শুভ যে লক্ষণ,
শুনিয়োক সৰ্ব্ব জনে।
তৃতীয় স্কন্ধৰ, পঞ্চম অধ্যায়,
কপিলে বোলে বচনে॥

যিটো মহা সাধু, সমস্ত জগত,
করুণায় প্রবর্ত্তয়।
হৈব ক্ষমা শীল, সবাৰ সুহৃদ,
শত্রু ভাব নজানয় ॥
একাদশ স্কন্ধে, এঘাৰ অধ্যায়,
উদ্ধৱত হৰি কন্ত।
ইসব লক্ষণ, যাহাত থাকন্ত,
সেইটো মহা মহন্ত ॥
পৰ দুখ দেখি, হোৱয় দুখিত,
নছাৰে কাহাৰো স্নেহ।
মহা ক্ষমাৱন্ত, অসূয়া ৰহিত,
দুখত মহা সন্তোষ ॥
যাক যেন পাৰে, কৰে উপকাৰ,
দুষ্ট ক্রিয়া নকৰয়।
মোত একাশ্রয়, মনত শোভয়,
সাবধানে অতিশয় ॥
মিলে বা নামিলে, ভোজন সম্ভাৰ,
তথাপি সন্তোষ মন।
পৰক বুজান্তে, পৰম আনন্দে,
নুখুজে মান সম্মান ॥

বেদৰ ধৰ্ম্মক, জানিয়া তেজিব,
ভকতিত দৃঢ় মন।
মোৰ বাক্য সখি, কৰিবা বিশ্বাস,
ইটো মহা সাধু জন॥
প্ৰথম স্কন্ধত, সমিকে বোলয়,
যিটো মহা সাধু জন।
দুৰ্জ্জন জনৰ, নিন্দিত বাক্যক,
সহি থাকে অনু ক্ষণ॥
একাদশতেসে, অধ্যায়ত দৈত্য
কন্ত যদু নৃপতিত।
ক্ষমাহে সন্তৰ, পৰম ভূষণ,
শিক্ষি আছোঁ পৃথিবীত॥
পৃথিবীত যত, কৰে অপকাৰ,
সহন্ত তেওঁ ধৰণী।
নাই দুখ মন, কৰন্ত পোষণ,
ঈশ্বৰৰ আজ্ঞা মানী॥
মান অপমান, দুইটো সমান,
আত্মাত ৰতি আপুনি।
বালকে গুৰুতে, এহি শিক্ষা শিখি,
ফুৰোঁ হৰি কথা শুনি॥

প্ৰথম স্কন্ধত, সাত অধ্যায়ত,
দেখিও আৰ প্ৰত্যেক।
অশ্বত্থমা পাঞ্চ, পুত্ৰ দ্ৰৌপদীৰ,
ঘুমটিত কাটিলেক॥
কৃষ্ণ ধনঞ্জয়, বান্ধি আনি তাক,
দ্ৰৌপদীৰ আগে দিলা।
বান্ধ মেলি তাৰ, কৰি নমস্কাৰ,
অৰ্জ্জুনক গৰিহিলা॥
ঋষভ দেৱক, দুৰ্জ্জন সকলে,
কোন দুখ নেদিলেক।
আপুনি ঈশ্বৰ, পৰম সামৰ্থ,
তাতে সহি আছিলেক॥
জল ভৰতক, ৰাজবাহু গণে,
চৌদলে ভৰাই আনিলা।
তাৰ অপৰাধ, কৰি পৰিহৰি,
অনুগ্ৰহ আচৰিলা॥
হিৰন্য কশিপু, পুত্ৰ প্ৰহ্লাদক,
হৰি ভজিবাৰ পদে।
অনেক নিগ্ৰহ, কৰিল ভকতি,
নেৰিলা তাতো প্ৰহ্লাদে॥

শুনা সৰ্ব্বজন, সন্তোৰ লক্ষণ,
কৈলোঁ যত লীলা মানে।
ইটো বাক্য চয়, কিবা হুই নুই,
জিজ্ঞাসিও মহাজনে ॥
ক্ষমাসে জানিবা, সন্তৰ লক্ষণ,
ধৰা চিত্ত দৃঢ় কৰি।
ক্ষমাৱন্ত ভৈলে, সিটো পুৰুষক,
বশ্য হন্ত দেব হৰি ॥
মই দুৰাচাৰ, শস্ত্ৰ অপাৰগ,
অলপো নজানোঁ অতি।
তুমি সব মহা, জনৰ কৃপা,
ৰচিলোঁ পদ সম্প্ৰতি ॥
ইকথা থাকোক, যাইবা পৰ লোক,
পথৰ লোৱা সম্বল।
কায় বাক্য মনে, ভজিয়ো যতনে,
সন্তৰ পদৰ জল ॥
ভাৰ্য্যা পুত্ৰ ধন, সপোন যেহেন,
জাগিলে যেন হৰাই।
ইহাত মমতা কৰি আৰো তত্ত্ব,
মৰি নৰকক যাই ॥

শৃগাল কুকুৰ,　　　　　কীট পতঙ্গাদি,
যেই সেই যৌনী পাই।
গুণিয়া মনত,　　　　　কোন নো জন্মত,
ভাৰ্য্যা পুত্ৰ কাৰোনাই ॥
একেয়ো জন্মত,　　　　　যাক নতু পোৰা,
তাহানে চিন্তা স্মৰণ।
লোৱা সাধুসঙ্গ,　　　　　কৰি মনৰঙ্গ
শ্ৰবণ কৰি কীৰ্ত্তন।
এতেকে কৰুণা　　　　　কৰিব মাধৱ,
পুনু হুইবা মোক্ষ কাম।
কহে দীন ৰাম,　　　　　তেজি আন কাম
ডাকি বোলা ৰাম ৰাম ॥

———•———

## ঈশ্বৰ নিৰ্ণয়।

ঘোষা।

**সন্তেসে জীৱন সন্তেসে মতি।**
**জন্মে জন্মে হৌক সন্তেসে গতি॥**

পদ।

শুনিয়োক সবে সভাসদ নৰ।
ভকত বৎসল গুণ কৃষ্ণৰ॥
ভকতৰ গতি ভকতৰ পতি।
ভকতৰ হন্তে হন্ত উতপতি॥
ভকতেসে পাৱয় গুণ চৰিত্র।
ভৈলন্ত হৰি দৈবকীত বিদিত॥
ভকত ব্রহ্মাৰ পালিয়া বচন।
নন্দৰ গৃহে গৈলা নাৰায়ণ॥
আমাৰ বচনে প্ৰমান নাই।
নিন্দিয়ো দশম স্কন্ধক চাই॥
প্ৰহলাদৰ বাক্য সাদৰ কৰি।
স্তম্ভৰ পৰা বাজ ভৈল হৰি॥

আমি নামানি ভক্তৰ বাক্য।
আন জনে কোনে মানিবেক তাক॥
দেখিও ভক্তৰ বশ্য মুৰাৰি।
হৈৱন্ত ভকতৰ আজ্ঞা কাৰী॥
কংসৰ পিতৃ ৰাজা উগ্ৰ সেন।
তাহাৰ আগত কিঙ্কৰ যেন॥
কৰি কৃতাঞ্জলী আজ্ঞা মাগন্ত।
শুকে পৰীক্ষিত ৰাজাত কহন্ত॥
যুধিষ্ঠিৰ বাক্য সাদৰ কৰি।
কৌৰবৰ গৃহে চলন্ত হৰি॥
আসিবাৰ মোৰ এহিসে কাৰ্য্য।
দিয়ো পাণ্ডৱক কিছু ৰাজ্য॥
আমাৰ বচন অপ্ৰত্যয় কৰিবা।
উদেযাগ পৰ্ব্বত বিচাৰি চাইবা॥
গোপী বোলে কৃষ্ণ নাচা খানিক।
তাকবোলা যদি বোলা অনেক॥
শুনিয়া ভকত বৎসল হৰি।
নাচিলাহা হৰি অঙ্গি ভঙ্গী কৰি॥
কোন বেলা গোপী বোলন্ত বাণী।
খৰম জুৰি কৃষ্ণ দিয়ো আনি॥

জখাৰ ঢৰা পিড়া বসিবাৰ ।
আনিয়োক যাই কৰি সত্বৰ ॥
শুনিয়া যান্ত কৃষ্ণ শীঘ্রে ধাই ।
কৃষ্ণে ধৰন্ত পিড়া খৰম গই ॥
আনিবাক যেন নোৱাৰি হৰি ।
দেখিয়া গোপী হাসে উচ্চ কৰি ॥
অৰ্জ্জুনক অতি কৰি সাদৰ ।
ৰথৰ সাৰথি ভৈলা ঈশ্বৰ ॥
অৰ্জ্জুনে বুলিলা মোৰ ৰথ খান ।
দুয়ো সেনা মাজে কৰা নিশান ॥
শুনি অৰ্জ্জুনৰ বচন হৰি ।
ৰাখিল ৰথ ঘোড়া স্থিৰ কৰি ॥
শুনিয়ো সমাজিক মন কৰি ।
দেখা ভকতৰ অধীন হৰি ॥
কহয় ৰামে কৰ যোড় কৰি ।
সমাজে ডাকি বোলা হৰি হৰি ॥

——o——

পদ।

দেখা ভকতৰ হিত দামোদৰ।
আপুনি সদায়ে চিন্তেহিত ভকতৰ॥
বলভদ্ৰ সমে আলোচন্ত দামোদৰ।
বোলন্ত কিমতে হৈব কৈল্যান সত্বৰ॥
নাৰদে বচনে লয়ো প্ৰমাণ ইহাৰ।
দেখিলন্ত গৈয়া দেব ঋষিৰ সাদৰ॥
ভীষ্ম বোলে কৃষ্ণ অস্ত্ৰ ধৰাইবো তোমাক।
কৃষ্ণেবোলে নধৰিবো বোলো সত্যবাক॥
পাছে শৰ ঘাৰে মুৰ্চ্ছা গৈলা ধনঞ্জয়।
হেন দেখি চক্ৰ ধৰিলন্ত কৃপাময়॥
বোলন্ত ভক্তৰ বাক্য কৰহু সাফল।
ভীষ্মক খেদিয়া গৈলা ভকত বৎসল॥
সন্তক মাননী বৰ কৃষ্ণৰ মনত।
দেখি ভকতক নছাৰিলা গড়ুৰত॥
তৃতীয় স্কন্ধৰ পঞ্চদশ অধ্যায়ত।
সনকাদি সিদ্ধে দেখিলন্ত বৈকুণ্ঠত॥
ভকত বৎসল কেনে দেব কৃপা ময়।
ভাণ্ড ভাঙ্গিবাৰ পদে যশোদা বান্ধয়॥

ভকতৰ অঙ্গীকাৰ পালিবে লাগয়।
এহি বুলি বন্ধন লৈলন্ত কৃপাময় ॥
ৰাস সময়ত গোপী বোলন্ত মুৰাৰি।
বিন্ধয় কুশৰ কণ্টা হান্থিতে নপাৰি ॥
পৰম স্নেহৰ গোপী কোলে কৰি নিলা।
কুশৰ কণ্টাৰ পৰা একৰাই থৈলা ॥
কতো গোপী বোলে ভাল ফুল আনা পাৰি।
খোপাৰ চাৰিয়া পাশে পিন্ধালা মুৰাৰি ॥
তাসাম্বাৰ মনৰ পিৰিতি অনুসৰি।
কৰা সেহিমতে ভকতৰ বশ্য হৰি ॥
এক দিন পাৰিজাত পুষ্প দেব ঋষি।
কৃষ্ণক দিলন্ত নিয়া পৰম হৰিষি ॥
ৰুক্মিণীক পিন্ধাৰন্ত প্ৰভু দামোদৰ।
গৈলা সত্যভামাৰ মন্দিৰে মুনিবৰ ॥
বোলন্ত শুনিয়ো সত্ৰাজিতৰ জিয়াৰী।
কিসক নকৰে দয়া তোমাক মুৰাৰি ॥
আনি দিলো পাৰিজাত কৃষ্ণৰ হাতত।
বলে পিন্ধাৰন্ত ফুল তোমাৰ মাথাত ॥
ৰুক্মিণীক আপুনি পিন্ধাৰন্ত নাৰায়ণ।
দেখি মোৰ পৰম বিষাদ কৰে মন ॥

হেন শুনি সত্যভামা ঢলিয়া পৰিল
বস্ত্র অলঙ্কাৰ সব দূৰক খেপিল ॥
দেখি দেব ঋষি পাছে গৈলন্ত লৱৰি ।
কৃষ্ণক বোলন্ত সত্যভামা আই মৰি ॥
আসি আথেবেথে কৃষ্ণ কোলে কৰি লৈলা ।
কোলাত নথাকি সতী হুসকি পৰিল ॥
একোয়ে প্রকাৰে নিচুকাইবেক নপাৰি ।
গাছে সমে আনি দিবো বুলিলা মুৰাৰি ॥
ইন্দ্রক জিনিয়া পুষ্প আনি বাহুবলে ।
ৰুইলা পাৰিজাত সত্যভামাৰ দুৱাৰে ॥
অদিতি বোলন্ত প্রভু মাগোঁ একবৰ ।
এক খানি পুত্র মাগোঁ তুমি সম সৰ ॥
আপোনাৰ সমপুত্র নেদেখিয়া আন ।
ভকত বৎসল পুত্র আসি ভৈলা তান ॥
ভকত বলিত ভূমি মাগিবাৰ ছলে ।
ভৈলন্ত দুৱাৰি তান ভকত বৎসলে ॥
আপোনাৰ দ্রব্য ভকতত স্থাপিলন্ত ।
ভকতৰ দ্রব্য খানি মাগিয়া লৈলন্ত ॥
অক্রূৰত থাপি থৈলা শ্যমন্তক মণি ।
সত্রাজিত ৰজাত মগিলা কন্যা খানি ॥

ভৃগু গৈলা ভজনীয়া দেৱ চিনিবাৰে।
হিয়াত মাৰিলা লাথি কৃষ্ণ দেবতাৰে ॥
আনক ভকতি কৰি তাঙ্ক আস্বাসিয়া।
ভৃগুৰ ধূলাক কৃষ্ণ শ্ৰীবৎস কৰিয়া ॥
ঈশ্বৰ বচন অনুসাৰে দেখা চাই।
ভকত বৎসল কৃষ্ণ দেব বিনে নাই ॥
নমোঁ নমোঁ কৃষ্ণ দেব তোমাৰ চৰণে।
কায় বাক্য মনে হেৰা পশিলোঁ শৰণে ॥
তোমাৰ চৰণ মহন্তৰ সঙ্গ দিয়ো।
প্ৰেমৰস ধন দিয়া মোহোক কিনিয়ো ॥
শ্ৰীযাদব ইন্দ্ৰ আৰু শ্ৰীদামোদৰ।
শ্ৰীমন্ত শঙ্কৰ আৰা বংশী গোপালৰ ॥
শ্ৰীমন্ত মুৰাৰি শ্ৰীকৃষ্ণ মিশ্ৰ বৰ।
আন সাধুগণ যত আছে নিৰন্তৰ ॥
সমস্ত জগত সাধু আছে যত যত।
পশিলোঁ শৰণ সবাৰো চৰণত ॥
সমাজিক লোকে আল জাল পৰিহৰি।
সন্তত বিশ্বাস কৰি বোলা হৰি হৰি ॥

——০——

# ছবি।

## বৈষ্ণব দ্রোহি নির্ণয়।

ইদানিক শুনিয়োক, বৈষ্ণব দ্রোহিৰ কথা,
কহিবোহু ইহাৰ নির্ণয়।
দশম স্কন্ধৰ চাৰি, অধ্যায়ত শুকদেৱে,
ৰাজা পৰিক্ষীতত কহয়॥
আয়ু শ্রীযশ ধর্ম্ম, যতেক কল্যাণ মানে;
বৈষ্ণব বিৰোধে নষ্ট যাই।
হেন জানি মহন্তক, অলপো দ্রোহক জানা,
কৰিতে কাহাৰো নুজুৱাই॥
সপ্তম স্কন্ধৰ চাৰি, অধ্যায়ত দেৱ হৰি,
কহিছন্ত দেবতা সবত।
নানান বৰক পাই, হিৰণ্য কশিপু দৈত্য,
হুইয়া আছে মহা উনমত॥
যি কালত সত্য দাতা, নিবাৰি ধর্ম্মৰ পথ,
প্রহ্লাদৰ দ্রোহ আচৰয়।
ভকতৰ দ্রোহী ভৈলে, আমাৰ পৰম শত্রু;
সেহি কালে বধিবোঁ নিশ্চয়॥

কিষ্কিন্ধ্যা কাণ্ডত আৰু, শুনিয়োক এই অৰ্থ
ৰামদেৱে কহিছে নিশ্চয়।
দেৱগণ হৈবা সাক্ষী, ভকতৰ বৈৰী মাৰো,
আতমোৰ কিছু দোষ নাই॥
এহি বুলি প্ৰভু ৰাম, সাধি ভকতৰ কাম,
বালিক মাৰিলা এক শৰ।
মহাশৰ চোট পাই, কম্পি ২ বালি ৰাই,
ঢলিয়া পৰিলা কলে বৰ॥
ভাগৱত দশমৰ, একাধিক পঞ্চ শত,
দেখিয়োক যবন দুৰ্জ্জন।
এহি গোটা কৃষ্ণ মানি, মচুকুণ্ড মহন্তক,
হৃদয়ত লাথি দিলা টান॥
জাগি উঠি তাৰক্ষণে, ক্ৰোধদৃষ্টে চাৰিওদিকে,
এহি গোটে জগাইলেক বুলি।
বৈষ্ণৱ দ্ৰোহৰ পাপী, আপোন গাৱৰ জুয়ে,
ভস্ম ভৈলেক ক্ষণেক সমুলি॥

—•—

## দুলড়ি।

দ্বাদশ স্কন্ধত দেব গণ যত
তক্ষকক বোলে বাণী।
বৈষ্ণব ৰজাক দংশিলি কিসক
মৰিলি পাপী নজানি॥ 
নবম স্কন্ধত চাৰি অধ্যায়ত
দেখিও আৰ প্ৰত্যেক।
বৈষ্ণবৰ দ্ৰোহী দুৰ্ব্বাসা ব্ৰাহ্মণে
কৈতো স্থান নপাইলেক॥
বৈষ্ণবৰ দ্ৰোহী জানি সুদৰ্শনে
দহিবাক খুজিলেক।
সমূলে নামাৰি চেঙ্কা পোৰা কৰি
লৰৰাই ফুৰাইলেক॥
মহেশৰ পাৱে শৰণ পশিল
চক্ৰত হুয়া তৰাস।
নৰাখিল হৰ দিলেক লৰৰ
গৈলেক ব্ৰহ্মাৰ পাশ॥

কিষ্কিন্ধ্যা কাণ্ডত আৰু, শুনিয়োক এই অৰ্থ
ৰামদেৱে কহিছে নিশ্চয়।
দেৱগণ হৈবা সাক্ষী, ভকতৰ বৈৰী মাৰো,
আতমোৰ কিছু দোষ নাই॥
এহি বুলি প্ৰভু ৰাম, সাধি ভকতৰ কাম,
বালিক মাৰিলা এক শৰ।
মহাশৰ ছোট পাই, কম্পি ২ বালি ৰাই,
ঢলিয়া পৰিলা কলে বৰ॥
ভাগৱত দশমৰ, একাধিক পঞ্চ শত,
দেখিয়োক যবন দুৰ্জ্জন।
এহি গোটা কৃষ্ণ মানি, মচুকুণ্ড মহন্তক,
হৃদয়ত লাথি দিলা টান॥
জাগি উঠি তাৰক্ষণে, ক্ৰোধদৃষ্টে চাৰিওদিকে,
এহি গোটে জগাইলেক বুলি।
বৈষ্ণৱ দ্ৰোহৰ পাপী, আপোন গাৱৰ জুয়ে,
ভস্ম ভৈলেক ক্ষণেক সমুলি॥

—•—

## দুলড়ি।

দ্বাদশ স্কন্ধত দেব গণ যত
তক্ষকক বোলে বাণী।
বৈষ্ণব ৰজাক দংশিলি কিসক
মৰিলি পাপী নজানি॥ 
নবম স্কন্ধত চাৰি অধ্যায়ত
দেখিও আৰ প্রত্যেক।
বৈষ্ণবৰ দ্রোহী দুর্ব্বাসা ব্রাহ্মণে
কৈতো স্থান নপাইলেক॥
বৈষ্ণবৰ দ্রোহী জানি সুদর্শনে
দহিবাক খুজিলেক।
সম্মূলে নামাৰি চেঙ্কা পোৰা কৰি
লৰৰাই ফুৰাইলেক॥
মহেশৰ পাৱে শৰণ পশিল
চক্রত হুয়া তৰাস।
নৰাখিল হৰ দিলেক লৰৰ
গৈলেক ব্রহ্মাৰ পাশ॥

ব্ৰহ্মায়ে বোলন্ত ব্ৰাহ্মণ আসন্ত
মোত পাপ সঞ্চাৰিলি ।
বৈষ্ণৱৰ দ্ৰোহ আচৰিয়া পাপী
ৰবলটি ঘটি পাইলি ॥
বৈষ্ণব দ্ৰোহিক কোনে ৰাখিবেক
সত্বৰে এৰ অন্তৰ ।
তহিতো নৈৰাশা হুয়াযে দুৰ্ব্বাসা
গৈলা স্থান মুকুন্দৰ ॥
কৃষ্ণ পাৱে পৰি, নমস্কাৰ কৰি,
বোলে ৰাখা নাৰায়ণ ।
তযু ভকতৰ, দ্ৰোহ আচাৰিলোঁ,
তোমাত লৈলোঁ শৰণ ॥
গোবিন্দে বোলন্ত, শুনিয়ো দুৰ্ব্বাসা,
ৰাখিব নোৱাৰোঁ মই ।
তুহিকো স্বতন্ত্ৰ, মই পৰতন্ত্ৰ,
সন্তত গৈলোঁ বিক্ৰয় ॥
যিটো মহন্তৰ, আচৰিলি দ্ৰোহ
চলিয়ো তাহান ঠাৱ ।
ব্ৰাহ্মণ জন্মৰ, অভিমান তেজি,
পৰিবা তাহান পাৱ ॥

হেন শুনি ঋষি; তৈৰ পৰা আসি,
পৰিলা ৰজাৰ পাৰে।
দেখি অম্বৰিষে, ঋষিক দেখিয়া,
আশ্বাসিলা মহাভাৱে ॥
কৌৰবে যি দিনা, বিদুৰ সন্তক,
নগৰৰ খেদাইলেক।
সেহি দিন ধৰি, ঘোৰ উঁতপাত,
মিলিল কুৰু ক্ষেত্ৰক ॥
মহন্তৰ দ্ৰোহে, আয়ু স্ত্ৰী যশ,
সেহি দিনা ভৈলা হানি।
ভকত সবৰ, অলপ দ্ৰোহক,
নাচৰিবা হেন জানি ॥
দশম স্কন্ধত, চাৰি সত্তৰিত,
ৰাজাত শুকে কহয়।
বিষ্ণু বৈষ্ণবক, নিন্দিবাৰ শুনি,
তৈৰ যদি নুগুচয় ॥
আজন্ম সঞ্চিত, যতেক সুকৃত,
তেতিক্ষণে ভৈলা চন্ন।
ভকত নিন্দক, শুনিবেক দোখ,
নৰকে পৰে সিজন ॥

বৈষ্ণৱ আনন্দ, হৰিষিত আৰো,
কহিবন্ত কৃপাময় ।
মোৰ ভকতক, নিন্দে যিটো মন্দ,
নপাওঁ তাৰ পূজা চয় ॥
চতুর্থ স্কন্ধত, সতী চৰিত্ৰত,
দেখিয়ো আৰ প্ৰত্যেক ।
মহন্তৰ নিন্দা, শুনি সতী দেবী,
কলেৱৰ তেজিলেক ॥
শুনা সৰ্ব্বজন, তেজি আন মন,
নামক গলত বান্ধা ।
যত ধন জন, ভাৰ্য্যা পুত্ৰ গণ,
জানিবা সমস্তে ধান্দা ॥
সন্তৰ সঙ্গতি, লোৱা মূঢ় মতি,
শ্ৰবণ কীৰ্ত্তন কৰা ।
ডাকি মুখ ভৰি, বোলা হৰি হৰি,
সুখে ভৱ নদী তৰা ॥

---

## ভক্তি নিৰ্ণয়।

### পদ।

শুন সমাজিক লোক ভক্তিৰ নিৰ্ণয়।
শ্ৰৱণে ভক্তিৰ বীজ জানিবা নিশ্চয়॥
বিশিষ্ট গুৰুত লোৱা প্ৰথমে শৰণ।
শুদ্ধ ভাৱে কৃষ্ণত অৰ্পিয়া কৰ্ম্ম গণ॥
দাস ভাৱে ভক্তি কৰিবেক সৰ্ব্বক্ষণে।
সাধুৰ সঙ্গক মাত্ৰ প্ৰাৰ্থিবেক মনে॥
সপ্তম নব অধ্যায়ত প্ৰহ্লাদ বচনে।
বোলন্ত বিনয় ধৰি নৃসিংহ চৰণে॥
সেই মই তযু নিজ দাস দেৱ হৰি।
দিয়োক সাধুৰ সঙ্গ অনুগ্ৰহ কৰি॥
তযু পদ নব হংস সবৰ সঙ্গত।
গুছিবেক তৃষ্ণা তেবে আন বিষয়ত॥
প্ৰথম স্কন্ধ পঞ্চ অধ্যায় নাৰদ বচনে।
শুনিয়োক বাক সত্যৱতীৰ নন্দনে॥
মহা মুনি চাৰি যোগী পৰম সুসঙ্গী।
কৃষ্ণৰ কৃপাত পাইলা তাসম্বাৰ সঙ্গী॥

তাসম্বাক সেৱা কৰিলোঁহু অবনত।
শুনিলোঁ কৃষ্ণৰ কথা তিনিও লোকত॥
মহন্তৰ অবশেষ কৰিলোঁ ভোজন।
গুছিল সকলো মোৰ তুষ্ট হোৱে মন॥
সন্তৰ কৃপাত সাধু সবৰ সঙ্গত।
মহা শ্ৰদ্ধা ভাৱে আসি ভৈলা উপগত॥
পাছে ঈশ্বৰৰ কথা শ্ৰবণ ঘটিল;
দেহাদিৰ বিবেগ আপুনি উপজিল॥
পাছে কৃষ্ণ চৰণে মিলিল দৃঢ় মতি।
আপুনি ঈশ্বৰ জ্ঞান ভৈল উতপতি।
ঈশ্বৰক চিন্তি মই ফুৰোঁ নাম গাই॥
নামৰ প্ৰসাদে সবে পাপক এৰাই॥
একাদশ স্কন্ধৰ বাড় অধ্যায়ত।
কন্ত ভগবন্ত নিজ দাস উদ্ধবত॥
সাধু সঙ্গ লোৱা কৰি আমাৰ পিৰিতি।
গৰু গোপী মোক পশি সবে পাইল গতি॥
দশম স্কন্ধৰ দুইআশী অধ্যায়ত।
কহিলা মাধব গোপী সবৰ আগত॥
যথা কথঞ্চিতে ভজি মুক্তি পাৱে লোক।
মিলিল আনন্দ স্নেহ কৰি পাইলা মোক॥

প্ৰথমৰ আঠ আধ্যায়ে কুন্তিৰ বচনে।
হে যদু পতি তযু দুখানি চৰণে॥
যাদব পাণ্ডব কুল কৰা স্নেহ সম।
পৰম নিস্কাম ৰতি হৌক সৰ্ব্ব কাম॥
পঞ্চা ধিক চল্লিশত দশম স্কন্ধৰ।
পিতৃৰ মাতৃৰ আগে কৈলা দামো দৰ॥
ভক্তৰ ঈশ্বৰ জ্ঞান হোৱয় সুলভ।
স্নেহ ৰূপ ভক্তি ইটো পৰম দুৰ্ল্লভ॥
বেদৰ তত্ত্বত ইটো বুলিলা বচন।
হেন হৰি প্ৰভো তোমাৰ চৰণ॥
প্ৰেম ৰূপ সুমৰণ মহা অঘটন।
যেই সেই মতে নিমজোক মোৰ মন।
দশম স্কন্ধৰ সাতাধিক চল্লিশত॥
বোলন্ত উদ্ধব হুয়া বিস্ময় মনত।
যিটো প্ৰেম ভকতি পাইলা গোপী গণ॥
সেই ভকতিক আমি মাগোঁ অনু ক্ষণ।
কৈৰ কামাতুৰ অনাছাৰি গোপ নাৰী।
ভৈল তেহু আৰুঢ় ভক্তিৰ অধি কাৰী॥
যিটো প্ৰেমভাবে হৰি কথাত ৰসিক।
ব্ৰাহ্মণাদি জন্ম তাৰ ব্যৰ্থে লাগে কিক॥

হেন শুনি শুকে, বোলন্ত সত্যত,
আছিল কেবলে ধ্যান।
ত্রেতা যুগে যজ্ঞ, দ্বাপৰত পূজা,
কলিত নামে প্রধনে॥
ত্রেতাত ভকতি, ব্রাহ্মণে ধৰিব,
ক্ষেত্র বৈশ্যে দ্বাপৰত।
কলিত ব্রাহ্মণে, ক্ষেত্র বৈশ্য ভক্তি,
ৰাখিতে নুহি শকত॥
শূদ্র সব আন, কৈবৰ্ত্তক আদি,
হীন বৰ্ণ যত যত।
কৃষ্ণৰ চৰণে, পশিয়া শৰণে,
ভকতিত হৈব ৰত॥
এতেকে কলিত, স্ত্রী শূদ্র আদি,
ভকতিৰ পাত্র ভৈলা।
শুক মহা মুনি, নৃপতিৰ আগে,
ইয়াকে দঢ়াই কৈলা॥
ষষ্ঠ স্কন্ধে তিনি, আধ্যায়তে যমে,
দূতক বোলে বচন।
নামৰ কীৰ্ত্তন, জানা যুগ ধৰ্ম্ম
পুৰুষৰ সুশোভন॥

প্ৰথম স্কন্ধত, দুই অধ্যায়ত,
সনকত কহে সূতে।
অধক্ষোজ ভক্তি, হোৱে জাত হন্তে,
সেহিটো ধৰ্ম্ম অদভূত ॥
সপ্তম স্কন্ধত, ছয় অধ্যায়ত,
প্ৰহ্লাদে কহি আছয়।
কুমাৰ কালৰ, পৰা আচৰিল,
ভাগৱত ধৰ্ম্ম চয় ॥
সত্য ধ্যান কৰি, পাৱে যেন ফল,
ত্ৰেতা যুগে যজ্ঞ কৰি।
দ্বাপৰ যুগত, যত ফল পাৱে,
পূজা কৰি দেৱহৰি ॥
কলিত কীৰ্ত্তনে, সবফল পাৱে,
যি হেতু পৰম ধৰ্ম্ম।
একান্ত ভকতি, মিলয় কৃষ্ণত,
কৈলা শুকে তত্ত্ব মৰ্ম্ম ॥
বৈষ্ণব অমৃতত, অৰ্জ্জুন আগত,
কৈলা ধৰ্ম্ম নিষ্ঠ কৰি।
ভকত সকলে, গাৱে মোৰ নাম,
যুগে যুগে অবতৰি ॥

হেন শুনি শুকে, বোলন্ত সত্যত,
আছিল কেবলে ধ্যান।
ত্ৰেতা যুগে যজ্ঞ, দ্বাপৰত পূজা,
কলিত নামে প্ৰধনে॥
ত্ৰেতাত ভকতি, ব্ৰাহ্মণে ধৰিব,
ক্ষেত্ৰ বৈশ্যে দ্বাপৰত।
কলিত ব্ৰাহ্মণে, ক্ষেত্ৰ বৈশ্য ভক্তি,
ৰাখিতে নুহি শকত॥
শূদ্ৰ সব আন, কৈবৰ্ত্তক আদি,
হীন বৰ্ণ যত যত।
কৃষ্ণৰ চৰণে, পশিয়া শৰণে,
ভকতিত হৈব ৰত॥
এতেকে কলিত, স্ত্ৰী শূদ্ৰ আদি,
ভকতিৰ পাত্ৰ ভৈলা।
শুক মহা মুনি, নৃপতিৰ আগে,
ইয়াকে দঢ়াই কৈলা॥
ষষ্ঠ স্কন্ধে তিনি, আধ্যায়তে যমে,
দূতক বোলে বচন।
নামৰ কীৰ্ত্তন, জানা যুগ ধৰ্ম্ম
পুৰুষৰ স্থশোভন॥

প্ৰথম স্কন্ধত, দুই অধ্যায়ত,
সনকত কহে সূতে।
অধক্ষোজ ভক্তি, হোৱে জাত হন্তে,
সেহিটো ধৰ্ম্ম অদভূত ॥
সপ্তম স্কন্ধত, ছয় অধ্যায়ত,
প্ৰহ্লাদে কহি আছয়।
কুমাৰ কালৰ, পৰা আচৰিল,
ভাগৱত ধৰ্ম্ম চয় ॥
সত্য ধ্যান কৰি, পাৱে যেন ফল,
ত্ৰেতা যুগে যজ্ঞ কৰি।
দ্বাপৰ যুগত, যত ফল পাৱে,
পূজা কৰি দেৱহৰি ॥
কলিত কীৰ্ত্তনে, সবফল পাৱে,
যি হেতু পৰম ধৰ্ম্ম।
একান্ত ভকতি, মিলয় কৃষ্ণত,
কৈলা শুকে তত্ত্ব মৰ্ম্ম ॥
বৈষ্ণব অমৃতত, অৰ্জ্জুন আগত,
কৈলা ধৰ্ম্ম নিষ্ঠ কৰি।
ভকত সকলে, গাৱে মোৰ নাম,
যুগে যুগে অৱতৰি ॥

তৃতীয় স্কন্ধত, দেৱহুতি সতী,
কহে আগ কপিলৰ।
যিহেতু চণ্ডাল, সদা নাম লৱে,
যজ্ঞৰ সেহি পাতৰ॥
একাদশে পাঞ্চ, আধ্যায়ত কন্ত
নিমিত কৰে যতন।
সমস্ত যুগত, কৰিয়া কলিত,
প্ৰশংসে মহন্ত জন॥
যে হেতু কলিত, হৰি কীৰ্ত্তনত,
সমস্ত ফল পাৱয়।
সাৰকেসে মাত্ৰ, লোৱে সাধু জনে,
দোষ কিছু নেদেখয়॥
সেই ভাগ্যৱন্ত, মনুষ্য মধ্যত,
কলিত কৰি কীৰ্ত্তন।
হৰিৰ নামক, আনকো স্মৰায়ে,
কৃতাৰ্থ ভৈলা সিজন॥
কলিত কীৰ্ত্তন, কৃষ্ণৰেসে পূজা,
সমস্ত পূজাত কৰি।
শ্ৰেষ্ঠ পাৰিষদে, সহিতে কৃষ্ণক,
সন্তে পূজে নাম ধৰি॥

কুৰ্ম্ম পূৰাণত, হৰিৰ নামৰ,
মহিমাক কহিছন্ত।
অযুত কন্যাক, কোটী কপিলাক,
দানত যি ফল হন্ত॥
হৰি ৰাম ইটো দুগুটি শব্দক
উচ্চাৰি তাক পাৱয়॥
বামণ পূৰাণে শুনিয়ো নামৰ,
মহিমা যেন কহয়॥
সহস্ৰেক কোটী, শততীৰ্থ স্নান,
যিটো ফল পাৱে নৰে।
বিষ্ণু হেন নাম, কীৰ্ত্তন কৰিলে,
সিটো পাৱে ফল ধৰে॥
লিঙ্গ পূৰাণত, কহিয়া আছন্ত,
মহিমাক অদ্ভূত॥
অযুতেক কোটী গৰু দান দিলে,
কন্যাও আৰো অযুত॥
তীৰ্থ এক কোটি, সহস্ৰেক কৰি
যিটো ফল পাৱে নৰে।
গোবিন্দ কীৰ্ত্তন, কৰিলন্ত আসি,
সিটো পূন্য লাগ ধৰে।

বায়ু পুৰাণত কহিয়া আছন্ত
মহিমা যেন নামৰ ।
ব্ৰহ্মাণ্ড শতেক, দান কৰিবাৰ,
ফল নহে কীৰ্ত্তনৰ ॥
বিষ্ণু ৰহস্যত, কহিয়া আছন্ত
শুনিয়ো কৰি বিশ্বাস ।
প্ৰয়াগ গঙ্গাৰ, জলত কৰিব,
এক কল্প মান কৰি বাস ॥
সূৰ্য্য গ্ৰহণত, এক কোটী ধেনু,
ব্ৰাহ্মণক দিয়ে দান ।
সুবৰ্ণক এক, মেৰু সাজিবেক,
লক্ষ যোজনৰ মান ॥
হেনয় মেৰুক, দান কৰে যদি,
অযুত যজ্ঞক কৰে ।
গোবিন্দ নামৰ, শতেক ভাগৰ,
ভাগৰ ফল নধৰে ॥
বিষ্ণু ধৰ্ম্ম শাস্ত্ৰ, প্ৰহ্লাদে বোলয়,
শুনিয়োক পৰতেক ।
অযুত তুলাক, দান কৰিলেক,
গৰু কোটী সহস্ৰেক ॥

হৰিৰ নামৰ, তথাপিতো জানা,
সমান তান নহয়।
নাৰদে বোলয়, সৰ্ব্বতীৰ্থ কৰি,
সৰ্ব্ব যজ্ঞ আচৰয়॥
কৃষ্ণৰ নামৰ, যতফল আছে,
হৰি কীৰ্ত্তনত পাই।
কালৰ পৰম, জানা মুখ্য ধৰ্ম্ম,
কীৰ্ত্তনেসে সমুদাই॥



## ছবি।

শুনিয়োক সভাসদ, ভক্তি-ৰত্ন-মালা পদ,
বিৰচিলোঁ মতি অনুসাৰে।
সমস্ত শাস্ত্রৰ সাৰ, শ্রবণ মাত্রকে আৰ,
বাঢ়িবেক ভকতি সবাৰে॥
অল্প জ্ঞান কৃত বুদ্ধি, অবজ্ঞাক নুজুৱাই
নিন্দা ধৰ্ম্ম সাধুৰ নহয়।
অলপ গুণক যিটো, বিস্তাৰ কৰিয়া লোৱে,
তাকেসে মহন্ত বুলি কয়॥

যেহেন কুকিল পক্ষী, জাতি জ্ঞাতি বিবর্জ্জিত,
পৰভৃত্য ৰূপ অতিহীন।
ভাঙ্গিয়া কাকৰ ডিম্ব, আপোনাৰ পৰে ডিম্ব,
পোষে সেই কাকে অকুলিন॥
মহা স্বতন্তৰ হুয়া, নানান দেশত ফুৰে,
একত্রে নাথাকে সভাপাতি।
নলোৱে মাতৃৰ সঙ্গ, পোষে পালে যিটো কাক
উৰি যাই তাহাক নমাতি॥
হেন মহা পিক জাতি, ধ্বনি খানি মিঠা আতি,
বসন্ত কালত কাঢ়ে ৰাৱ।
পুত্র ভার্য্যা ধনজন, তাত কৰে স্নেহ মর্ম্ম,
একে তিলে এৰি যাই তাক॥
মই সেইমতে দীণ, জাতি জ্ঞাতি ৰূপ হীন,
পৰ দ্বেষী তাক যৈতে তৈতে খাওঁ।
তেজিলোহু বুধগণ, পোষে যিটো স্নেহ মর্ম্ম,
একেতিলে তাক এৰি যাওঁ॥
সভাৰ নুহিকে পাত্র, পদ বিৰচিলোঁ মাত্র,
কৃষ্ণ কথা অমৃত সাক্ষাত।
ইহাৰ ৰসক জানি, কোননো ৰসিক প্রাণী,
কর্ণ নপাতিবেক ইহাত॥

নমোঁ নমোঁ কৃষ্ণ বাপ, নেৰাইল সংসাৰ তাপ,
মায়ায়ে মাৰয় লাৰি চাৰি।
কৈত পাইবো ধনমান, ৰাত্রি দিনে এই ধ্যান,
তোমাৰ ভকতি পৰি হৰি ॥
অসাৰক সাৰ কৈলোঁ, হৰি হৰি নাশ ভৈলোঁ,
কিসক পঢ়িলোঁ বহু শাস্ত্র।
কপালত ভাগ্য নাই, ফুৰো বহু মান্য চাই,
দুখৰেহে ভাগি ভৈলোঁ মাত্র ॥
কৃপাকৰা কৃষ্ণ বাপ, খণ্ডায়ো মায়াৰ তাপ,
ভকতি সৰ্ব্বস্ব দিয়া মোক।
তেজিয়ো বিষয় কাম, কৰযোড়ে বোলো ৰাম,
সভাসদে ৰাম বুলি য়োক ॥

---

সন্তৰ নির্ণয়।

পদ।

একাদশ স্কন্ধে হৰি উদ্ধব আগত।
বোলে যথা তথা থাকে একান্ত ভকত ॥
সেহিটো নিগুণ সেহি পুণ্যৱন্ত ভূমি।
কহিলোঁ স্বৰূপ সাবধানে শুনা তুমি ॥

নাৰদৰ আগত কহিলা দামোদৰ।
বৈকুণ্ঠত অধিক আলয় ভকতৰ॥
বৈকুণ্ঠ পুৰত মই নথাকো নিশ্চয়।
নকৰো নিবাসে মই যোগীৰ হৃদয়॥
ভকত সকলে নাম গুণ গাৱে যথা।
কীৰ্ত্তন শুনিয়া থাকো তহিতে সৰ্ব্বথা॥
দশমৰ দুই ধিক ত্ৰিশ অধ্যায়ত।
গোপীত কহন্ত কৃষ্ণে ৰাস সময়ত॥
কীৰ্ত্তন শুনিয়া থাকো তাৰাৰ লগত।
নকৰোঁ অসূয়া মই থাকোহো হিয়াত॥
মাধবে বোলন্ত ধ্ৰুবে আৰাধন্ত মোক।
মহা স্নেহ ভাৱে তোক দিলোঁ ধ্ৰুব লোক॥
সূৰ্য্য চন্দ্ৰ তাৰাগণে জ্যোতিষ চক্ৰত।
কৰিবেক প্ৰদক্ষিণ তোমাক সতত॥
তৈত বাসা লৈবে কোনে আন একজন।
তুমিসে লভিলা মোৰ ভক্তিৰ কাৰণ॥
মহন্তৰ স্থানে চলি যান্ত নাৰায়ণ।
আৰ দেৱ তীৰ্থ তাৰ কিকৈবো বচন॥
এই ছয় আশী অধ্যায়ত দশমৰ।
গৈলা শ্ৰুত দেৱৰ স্থানক দামোদৰ॥

মহাতীৰ্থ গঙ্গা সৰস্বতী গোদাবৰী।
আনযত তীৰ্থ যমুনাক আদি কৰি ॥
অশত্থৰ উদৰ চৰিত্ৰ প্ৰসঙ্গক।
অনুসৰি তীৰ্থ নুহে সঙ্গ সচঙ্গক ॥
চতুৰ্থ স্কন্ধত আৰু লয়োক প্ৰমাণ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেবতা প্ৰধান ॥
ঐত মহন্তৰ আশ্ৰমক গৈলা তিনি।
গৈলা অভিমত বৰ দিয়া ভিন্নি ভিন্নি ॥
ব্ৰহ্মা আদি কৰি যত আছে দেবগণ।
ভক্তৰ স্থানক লাগি কৰয় গমন ॥
দশম স্কন্ধৰ চষত্তৰি অধ্যায়ত।
দেখা যুধিষ্ঠিৰ দেবগণ সমাজত ॥
শুনিয়োক সভাসদ কৰি এক মন।
সন্তৰ সঙ্গত থাকে যত দেৱগণ ॥
আঠ গোটা ঐশ্বৰ্য্য মুকুতি যত যত।
মুখ্যৰূপে থাকা মহন্তৰ আশ্ৰমত ॥
ভকত সকলে যত আছে পৃথিবীত।
সেহিটো পৃথিবী অতি ভৈল কৃত্য কৃত্য ॥
একাদশ স্কন্ধ আৰু লয়োক প্ৰমাণ।
উদ্ধৱৰ আগত কহিলা বিদ্যমান ॥

নাৰদৰ আগত কহিলা দামোদৰ।
বৈকুণ্ঠত অধিক আলয় ভকতৰ॥
বৈকুণ্ঠ পুৰত মই নথাকো নিশ্চয়।
নকৰো নিবাস মই যোগীৰ হৃদয় ॥
ভকত সকলে নাম গুণ গাৱে যথা।
কীৰ্ত্তন শুনিয়া থাকো তহিতে সৰ্ব্বথা ॥
দশমৰ দুই থিক ত্ৰিশ অধ্যায়ত।
গোপীত কহন্ত কৃষ্ণে ৰাস সময়ত ॥
কীৰ্ত্তন শুনিয়া থাকো তাৰাৰ লগত।
নকৰোঁ অসূয়া মই থাকোহো হিয়াত ॥
মাধৱে বোলন্ত ধ্ৰুৱে আৰাধন্ত মোক।
মহা স্নেহ ভাৱে তোক দিলোঁ ধ্ৰুব লোক ॥
সূৰ্য্য চন্দ্ৰ তাৰাগণে জ্যোতিষ চক্ৰত।
কৰিবেক প্ৰদক্ষিণ তোমাক সতত ॥
তৈত বাসা লৈবে কোনে আন একজন।
তুমিসে লভিলা মোৰ ভক্তিৰ কাৰণ ॥
মহন্তৰ স্থানে চলি যান্ত নাৰায়ণ।
আৰ দেৱ তীৰ্থ তাৰ কিকৈবো বচন ॥
এই ছয় আশী অধ্যায়ত দশমৰ।
গৈলা শ্ৰুত দেৱৰ স্থানক দামোদৰ ॥

মহাতীর্থ গঙ্গা সৰস্বতী গোদাবৰী।
আনযত তীর্থ যমুনাক আদি কৰি ॥
অশত্থৰ উদৰ চৰিত্ৰ প্ৰসঙ্গক।
অনুসৰি তীর্থ নুহে সঙ্গ সচঙ্গক ॥
চতুর্থ স্কন্ধত আৰু লয়োক প্ৰমাণ।
ব্ৰহ্মা বিষ্ণু মহেশ্বৰ দেৱতা প্ৰধান ॥
ঐত মহন্তৰ আশ্ৰমক গৈলা তিনি।
গৈলা অভিমত বৰ দিয়া ভিন্নি ভিন্নি ॥
ব্ৰহ্মা আদি কৰি যত আছে দেৱগণ।
ভক্তৰ স্থানক লাগি কৰয় গমন ॥
দশম স্কন্ধৰ চষত্তৰি অধ্যায়ত।
দেখা যুধিষ্ঠিৰ দেৱগণ সমাজত ॥
শুনিয়োক সভাসদ কৰি এক মন।
সন্তৰ সঙ্গত থাকে যত দেৱগণ ॥
আঠ গোটা ঐশ্বৰ্য্য মুকুতি যত যত।
মুখ্যৰূপে থাকা মহন্তৰ আশ্ৰমত ॥
ভকত সকলে যত আছে পৃথিবীত।
সেহিটো পৃথিবী অতি ভৈল কৃত্য কৃত্য ॥
একাদশ স্কন্ধ আৰু লয়োক প্ৰমাণ।
উদ্ধৱৰ আগত কহিলা বিদ্যমান ॥

তুমি আমি দুয়ো যেবে যাও মহাৰথ।
গুছিবেক মোৰ তেবে ভকতিৰ পথ॥
ভকতি নভৈলে তুমি যাইবা ৰসাতল।
পালি মোৰ বচন ৰহিয়ো মহাবল।
নমোঁ নমোঁ কৃষ্ণ প্ৰাণ মোৰ নিজ গুৰু।
ভকত জনৰ মন পূৰা কল্পতৰু॥
কৃপাৰস আৰ কত তোমাৰ চৰণ।
ভকত জনক দেন্ত নিৰাস্বা ভূবন॥
কমল গহন দৰ দাহক পাবক।
নিকিঞ্চিন ধন প্ৰাণ বিঘিনি নাশক॥
তোমাৰ শ্ৰবণ কীৰ্ত্তনত হৌক ৰতি।
কৰিয়োক নাথ মোৰ হেনয় যুগুতি॥
অবিদ্যা কবচ আবৰিয়া আছে মোক।
ইয়াক ছেদিও নাথ দাস কৰিয়োক॥
হে প্ৰভু নাথ কৃষ্ণ তুমি মোৰ গতি।
তোমাৰ চৰণে মাগোঁ সুপ্ৰেম ভকতি॥
কৃষ্ণৰ কিঙ্কৰে কহে আন কাম এৰি।
সমাজিক লোকে ডাকি বোলা হৰি হৰি॥



## একান্ত ভক্ত নির্ণয়।

### দুলড়ি।

একাদশ স্কন্ধে, দ্বিতীয় অধ্যায়ে,
হৰি সিদ্ধে কহি ছন্ত।
উত্তম মহন্তে, সমস্ত ভূতত,
হৰিক সদা দেখন্ত ॥
প্ৰেম জৰি দিয়া, চৰণ পথক,
হৃদয়ত বান্ধি ধৰে।
এহি হেতু কৃষ্ণ, সন্তৰ হৃদয়,
এৰিয়া যাইতে নপাৰে ॥
সপ্তম স্কন্ধত, পাঞ্চ অধ্যায়ত,
নাৰদে কহি আছন্ত।
ইটো জগতত, থাকন্তে প্ৰহ্লাদ,
সংসাৰক নেদেখন্ত ॥
কৃষ্ণ গ্ৰাহে তান, গ্ৰহিছে চিত্তক,
তাক কৰে আলিঙ্গন।
তনু পুলকিত, দ্ৰৱ হোৱে চিত্ত,
প্ৰেমত কৰে কীৰ্ত্তন ॥

ভুঞ্জন্তে ভ্ৰমন্তে, শোৱন্তে যি কালে,
আসনে বসি থাকয়ে ।
এতেক সময়, ভাবনা কৰিয়া,
দেখে নাৰায়ণ ময় ॥
বৈকুণ্ঠৰ পতি, কৃপা কৰা হৰি,
যাক কৃপা দৃষ্টি দেই ।
সিটো সাধু সবে, বৈকুণ্ঠ নাথক,
সহিতে থাকি দেখয় ॥
প্ৰথম স্কন্ধৰ, নবম অধ্যায়,
বুলিলা ভীষ্ম বচন ।
দিব্য দৃষ্টি দেখো, চতুৰ্ভুজ ৰূপ,
তাতে ৰৌক মোৰ মন ॥
এহি ৰূপে মনে, চিন্তি হৃদয়ত,
আছাহা মোৰ আগত ।
হেনয় কৃষ্ণৰ, চৰণত মন,
থাকোক মোৰ সতত ॥
দশম স্কন্ধৰ, আঠ অধ্যায়ত,
দেখিয়োক পৰতেক ।
যাশোদা বোলয়, কিয় মাটি খালি,
বলাই আদি কহিলেক ॥

মাধবে বোলন্ত, যদি মাটি খালোঁ,
দেখিয়ো মুখ স্বৰূপ।
এহি বুলি মুখ, প্ৰকাশি মাধবে,
দেখালন্ত বিশ্বৰূপ ॥
সেই সময়ত, আঠ বিংশতিত,
দেখিয়ো আক বিচাৰি।
গোকুল বাসীক, বৈকুণ্ঠ ৰূপক,
দেখাইলা দেব মুৰাৰি ॥
গীতাৰ এঘাৰ, অধ্যায়ত কৃষ্ণ,
অৰ্জ্জুনক বুলিলন্ত।
তোমাক কৃপায়ে, দিব্য দৃষ্টি দিওঁ,
শুনা সখি মহা সন্ত ॥
এহি বুলি কৃষ্ণ, অৰ্জ্জুনৰ আগে,
বিশ্বৰূপ দেখাইলন্ত।
অৰ্জ্জুন সঞ্জয়ে, দুহান্তো দেখন্ত,
আন কোনো নেদেখন্ত ॥
মহা দিব্যৰূপ, দেখিয়া অৰ্জ্জুন,
স্তুতি কৰিবাক লৈলা।
কুৰু নৃপতিৰ, আগত সঞ্জয়,
এহি অৰ্থ নিৰূপিলা ॥

দশম স্কন্ধত, তিনি অধ্যায়ত,
বসুদেব দৈবকীত।
নিজ রূপ ধৰি, পূৰ্ব্ব জনমৰ;
চৰিত্ৰ কৈলা বিদিত॥
মাধবে বোলন্ত, তিনিয়ো যুগত,
এহি ৰূপ দেখা পাইলা।
মোত পুত্ৰ কাম; কৰিলাহা মাত্ৰ,
মুকুতিকো নাদৰিলা॥
ভকতে দেখন্ত, ঈশ্বৰক সদা,
অভকতে নেদে খয়।
সপ্তমৰ আঠ, অধ্যায়ক চাই,
ইহাৰ লোৱাঁ নিৰ্ণয়॥
প্ৰহ্লাদক চাই, বুলি দৈত্য ৰাই,
মৰিবাক চাস তই।
মোত কৰি যদি, ঈশ্বৰ আছয়,
কিয় নেদেখোহু মই॥
প্ৰহ্লাদে বোলয়, সবাতে দেখোহু,
বিশ্ব ৰূপ নাৰায়ণ।
হিৰণ্য কশিপু, আপনি বোলয়,
ঐত নাহি কি কাৰণ॥

আত অনন্তৰে, প্ৰহ্লাদে বোলয়,
শিৰে নমস্কাৰ কৰি।
সৰ্ব্ব আত্মা ৰূপে, কহিলোঁ স্বৰূপে,
স্তম্ভতে আছন্ত হৰি ॥
দশমৰ উন, চল্লিশ অধ্যায়,
অক্ৰূৰ যমুনা জলে।
বৈকুণ্ঠ সহিতে, দেখিলা কৃষ্ণক
তাহান কৃপাৰ বলে ॥
আছন্ত অনন্ত সহস্ৰেক শিৰে
চতুৰ্ভজ ঘনশ্যাম।
পদ্ম পত্ৰনয় নয়ন দুতয়
পীত বস্ত্ৰে অনুপম ॥
সুকোমল চাৰু অৰুণ অধৰ
শোভন মুখ কোমল।
তাতে অল্প হাসে, সুশোভন নাসা,
শোভন ভুজ যুগল ॥
কৃষ্ণ কণ্ঠে নীল, নাভি সৰোবৰ,
উদৰ অশ্বত্থ দল।
ত্ৰিবলী বলিত, সহিত শোভিত,
সুশোভন বক্ষঃ স্থল ॥

দশম স্কন্ধত, তিনি অধ্যায়ত,
বসুদেব দৈবকীত।
নিজ ৰূপ ধৰি, পূৰ্ব্ব জনমৰ;
চৰিত্ৰ কৈলা বিদিত॥
মাধবে বোলন্ত, তিনিয়ো যুগত,
এহি ৰূপ দেখা পাইলা।
মোত পুত্ৰ কাম; কৰিলাহা মাত্ৰ,
মুকুতিকো নাদৰিলা॥
ভকতে দেখন্ত, ঈশ্বৰক সদা,
অভকতে নেদে খয়।
সপ্তমৰ আঠ, অধ্যায়ক চাই,
ইহাৰ লোৱাঁ নিৰ্ণয়॥
প্ৰহ্লাদক চাই, বুলি দৈত্য ৰাই,
মৰিবাক চাস তই।
মোত কৰি যদি, ঈশ্বৰ আছয়,
কিয় নেদেখোহু মই॥
প্ৰহ্লাদে বোলয়, সবাতে দেখোহু,
বিশ্ব ৰূপ নাৰায়ণ।
হিৰণ্য কশিপু, আপনি বোলয়,
ঐত নাহি কি কাৰণ॥

আত অনন্তৰে, প্ৰহ্লাদে বোলয়,
শিৰে নমস্কাৰ কৰি।
সৰ্ব্ব আত্মা ৰূপে, কহিলোঁ স্বৰূপে,
স্তম্ভতে আছন্ত হৰি॥
দশমৰ উন, চল্লিশ অধ্যায়,
অক্ৰুৰ যমুনা জলে।
বৈকুণ্ঠ সহিতে, দেখিলা কৃষ্ণক
তাহান কৃপাৰ বলে॥
আছন্ত অনন্ত সহস্ৰেক শিৰে
চতুৰ্ভ্জ ঘনশ্যাম।
পদ্ম পত্ৰনয় নয়ন দুতয়
পীত বস্ত্ৰে অনুপম॥
সুকোমল চাৰু অৰুণ অধৰ
শোভন মুখ কোমল।
তাতে অল্প হাসে, সুশোভন নাসা,
শোভন ভুজ যুগল॥
কৃষ্ণ কণ্ঠে নীল, নাভি সৰোবৰ,
উদৰ অশ্বত্থ দল।
ত্ৰিবলী বলিত, সহিত শোভিত,
সুশোভন বক্ষঃ স্থল॥

শ্ৰীবৎস লক্ষীৰ, ছটা তাতে শোভে,
কৌস্তুভ প্ৰকাশে গলে।
সংখ চক্ৰ গদা, পদ্ম ধৰি হাতে,
কিৰিটি কুণ্ডল ডোলে ॥
ঝিলি মিলি হাৰ, জ্বলে বক্ষঃ স্থলে,
দিব্য বন মালা গলে ॥
উৰু জানু জঙ্ঘা, যেন ৰাম কল,
চৰণ পঙ্কজ জ্বলে ॥
কৃশ কটি মাজে, পাট পিত ভুনি,
ৰত্নৰ মেখলা জ্বলে।
ৰতনে খচিত, মহা মনোনীত,
কৰ্ণত কুণ্ডল ডোলে ॥
এহিমানে মহা, আনন্দ মুকুতি,
ধৰি আছা নাৰায়ণ।
নানা অলঙ্কাৰ, দেহা জ্যোতি কৰে,
সেৱে পাৰিষদ গণ ॥
হেনয় বৈকুণ্ঠ, স্থানক দেখিয়া,
আনন্দ দানব পতি।
প্ৰেমে পুলোকিত, গদ্দ গদ বাক্য,
কৰিলা অনেক স্তুতি ॥

নামঁ নমোঁ কৃষ্ণ, করুণা সাগৰ,
ভকত জনৰ প্ৰাণ।
তোমাৰ চৰণ, দুখনিত পৰে,
মোৰ গতি নাই আন ॥
সংসাৰ চক্ৰত, নিজ কৰ্ম্ম গতি,
ভ্ৰমহোঁ দুখক পাওঁ।
তোমাৰ দুখানি, অৰুণ চৰণ,
বৰণ দেখিবে চাওঁ ॥
যেন শিশুবৎস, জৰি বান্ধি থৰে;
বন্ধ হুয়া হাত পাৰ
ক্ষুধা আতিপাৰে, চিন্তিয়া থাকয়,
কেতিক্ষণে পাওঁ মাৰ ॥
যেন পতিব্ৰতা স্বামী নাই ঘৰে,
কামতে হুয়া আকুলি।
শয়নে ভোজনে, স্বামী মাত্ৰ চিন্তে,
কৈসানি আনিব বুলি ॥
সেহি মতে মন, কমল নয়ণ,
তোমাক দেখিবে চাওঁ।
হেন নাৰায়ণ, দিয়া দৰিশন,
সংসাৰ তাপ এড়াওঁ ॥

তুমি যেনমতি, দিলা যদুপতি,
হৃদয়ে থাকিয়া মোৰ।
সেহি অনুসাৰে, ৰচিলোঁ পয়াৰে,
পালিয়া আজ্ঞা তোমাৰ ॥
ইটো ভাগৱত, পৰম গহন,
মই অতি অল্প মতি।
শাস্ত্ৰক নজানোঁ, অতি মূঢ় জন,
ক্ষেমিবাহা যদুপতি ॥
নুহু যেন ভাল, তথাপি গোপাল,
লয়োক স্বীকাৰ কৰি।
কহে কৃষ্ণ গতি, দীনহীন ৰাম,
ডাকি বোলা ৰাম ৰাম ॥

---

পদ।

ভকত সকলে দেখে কৃষ্ণক সাক্ষাত।
নাৰদ বচনে লৈয়ো প্ৰমাণ ইহাত ॥
প্ৰথমৰ ছয় অধ্যায়ত মুনিবৰ।
কহিলা স্বৰূপ কৰি আগত ব্যাসৰ ॥

ভকতিৰ বলে ৰশ্য কৰিলেক মোক।
সেই শুদ্ধ মনে চিন্তিবোঁহু ঈশ্বৰক॥
এহি বুলি ধ্যান কৰি আছোঁ হৃদয়ত।
তৈলন্ত ঈশ্বৰ কৃষ্ণ আগে উপগত॥
আনন্দ সমুদ্রে সাগৰত গৈলোঁ তল।
আলাপৰ ভেদ জ্ঞান গুছিলা সকল॥
ঈশ্বৰ কৃষ্ণৰ মহা মনোহৰ ৰূপ।
ভবদুখ বিনাশন আনন্দ স্বৰূপ॥
ত্রয়োদশ অধ্যায়ত দশম স্কন্ধৰ।
বৃন্দাবনে বিধি ৰূপ দেখি বৈকুণ্ঠৰ॥
সবমেঘ শ্যাম আতি মুকুতি নিকুজ।
পীত বস্ত্রে শোভে আতি সবে চতুর্ভুজ॥
শংখ চক্র গদা পদ্ম আৱৰ হাতত।
কর্ণত কুণ্ডল জ্বলে কিৰিটী শিৰত॥
শ্রীবৎস কৌস্তুভ হাৰ হৃদয় ৰঞ্জিত।
গলে জ্বলে বনমালা আজানু লম্বিত॥
গোপীৰ গৃহত কৃষ্ণে কন্ত অর্জ্জুনত।
নথাকয় মন সুখী মোৰ বৈকুণ্ঠত॥
মহা প্রেম ভাৱে গোপী কৰন্ত কীর্ত্তন।
তৈতে যশা শুনি থাকো সর্ব্বক্ষণ॥

বৈষ্ণৱ অমৃতত কন্ত কৃষ্ণে অৰ্জ্জুনত।
বৈষ্ণৱ সঙ্গত মই থাকো অবিৰত ॥
যি স্থানত মহা সাধু নথাকয় জানা।
সি স্থানত শ্মশান শাল হেন মনে মানা ॥
একান্ত ভকত যথা থাকয় সৰ্ব্বথা।
সেহি দেশ সাফল হোৱয়ে কৃষ্ণ কথা ॥
ভকতক যিটোস্থান দেন্ত নাৰায়ণ।
খজিয়ো নপাৰে ইন্দ্ৰ আদি দেব গণ ॥
অষ্টম স্কন্ধৰ দুই বিংশতি অধ্যায় ॥
বামণে বোলন্ত ভজা বলিক নিশ্চয়।
দেবতা সকলে খুজি নপাইলেক যাক ॥
হেনয় সুতল পুৰি দিলোহো তোমাক।
আপনি থাকিবোঁ তোৰ হুৱা দ্বাৰ পাল ॥
ভকতক তেজিবাক নপাবোঁ একো কাল।
ভকতক দেন্ত হৰি নিৰমায়া স্থান।
চতুৰ্থৰ নৱ অধ্যায়ে লয়োক প্ৰমাণ ॥
বাহুত কেয়ুৰ জ্বলে ৰতনে ৰঞ্জিত।
কঙ্কালে মেখলা আঙ্গুঠী আঙ্গুলীত ॥
সমস্তৰে হাতে তিনি শিৰিয়া কঙ্কণ।
নুপুৰে শোভিত আতি অৰুণ চৰণ ॥

মস্তকৰ পৰা পাদ পঙ্কজ পৰ্য্যন্ত ।
তুলসীৰ মালা দিয়া আছে পুণ্যবন্তে ॥
পদ্ম পত্ৰ সমনয় হাসিত নয়ণ ।
কৰিচন্ত সদাই কটাক্ষ নিৰিক্ষণ ॥
এক ব্ৰহ্মাণ্ডৰ চৰাচৰ লৈয়া আসি ।
গাৱে গাৱে এক ব্ৰহ্মা আছন্ত প্ৰকাশি ॥
এহিমতে তৃতীয়ৰ আশী অধ্যায়ত ।
দেখিলা বৈকুণ্ঠ ব্ৰহ্মা পদ্ম উপৰত ॥
মহা কৃপাকৰি দেখা দিলা নাৰায়ণ ।
পৰম সন্তুষ্ট ভৈলা বিধাতাৰ মন ॥
একাদশ স্কন্ধক দেখিয়ো বিদ্যমান ।
বিপ্ৰ শাপ ছলে কৰি কুলক নিৰ্জ্জাণ ॥
মৈত্ৰ্যয় উদ্ধব দুই পৰম ভকত ।
দিলা দিব্য ৰূপ দেখা অশ্বত্থ মূলত ॥
দুহানতো কৃপায়ে জ্ঞান কহিলা ভকতি ।
শুনি কৃত কৃত্য ভৈলা দুয়ো মহামতি ॥
এহিমতে আৰু প্ৰথমৰ সপ্তমত ।
দিব্য ৰূপ ধৰি আৰু ভৈলন্ত বেকত ॥
চতুৰ্ভূজ হৈয়া কৃষ্ণ জগত নিবাস ।
ভীম দ্ৰৌপদীৰ আগে ভৈলন্ত প্ৰকাশ ॥

ভীমক ৰাখিলা দুই হাত মেলি ধৰি ।
দুই হাতে দ্ৰৌপদীক আস্বাশিলা হৰি ॥
ভকতে কৃষ্ণক লাগ পাই হৃদয়ত ।
তাতে লৈয়ো সাক্ষী সন্তসুতৰ বাক্যত ।
ভক্তি যুক্ত মনৰ গুছিল সবে মল ।
কৃষ্ণ চৰণত মন ভৈলেক নিৰ্ম্মল ॥
সেই শুদ্ধ মনত দেখিলা বেদব্যাস ।
পূৰ্ণ ব্ৰহ্ম কৃষ্ণ ভৈলা আপুনি প্ৰকাশ ॥
দুই পাশে উপাসি আছন্ত দুই থাই ।
পৰম আনন্দে বেদব্যাসে আছে চাই ॥
মায়ায়ে বান্ধন্ত ভক্তি মাতৃ খেলাৱন্ত ।
বন্ধ মুক্তৰো চিন্তে তোমাক জানিলন্ত ॥
শুনিয়োক সভাসদ মন থিৰ কৰি ।
মহন্তৰ হিয়াত প্ৰবেশন্ত হৰি ॥
এতেকতে সাধুসঙ্গে থিৰ হোৱে বুদ্ধি ।
হোৱে কৃষ্ণ পাদপদ্মত নিৰ্ম্মল শুদ্ধি ॥
তেবেসে কৃষ্ণত বাঢ়িবেক প্ৰেম ভাৱ ।
ভৱনদী তৰিবাৰ এহি দৃঢ় নাৱ ॥
ব্ৰহ্মাণ্ড ভিতৰে মোক্ষ আছে যত যত ।
তৃণ প্ৰায় মোক্ষ প্ৰেমৰসৰ আগত ॥

আনন্দ সমুদ্ৰে মন মজিয়া থাকয়।
ভকতি মহাফল সন্তে আছে কই ॥
জীৱন্তে মুকুত মহা মহন্ত যতেক।
তাৰা সবে পাৱে আৰ প্ৰণাম প্ৰত্যেক ॥
মই পতিতক সন্তে লৈয়ো দাস কৰি।
কহে ৰামে নিৰন্তৰে বোলা হৰি হৰি ॥

---

ত্ৰিবিধ ভক্তি নিৰ্ণয়।

## ছুলড়ি।

মহন্ত সৱক অনাদৰ কৰি
প্ৰতিমা যিটো পূজয়।
সিটো পুৰুষৰ জানিবা নিশ্চয়
কিছু কাৰ্য্য নিসিজয় ॥
দশম স্কন্ধৰ, চাৰি অধ্যায়ত,
কহিছন্ত যদুপতি।
সন্তক হেলিয়া, মূৰ্ত্তি পূজে যদি,
গৰুতো অধম অতি ॥

তৃতীয় স্কন্ধত, ঊন বিংশতিত,
কপিলে মাতৃত কন্ত।
মহা অন্তৰ্য্যামী, তেজি মুৰ্ত্তি পূজে,
ভস্ম তেবে হুয়া জান্ত॥
হেন যদি বোলা, মূৰ্ত্তি পূজন্তক,
প্ৰকৃত ভক্ত বোলয়।
কিহেতু ঈশ্বৰে, খণ্ডালা ইহাক,
শুনিয়ো তাৰ নিৰ্ণয়॥
কৃষ্ণত শৰণ লৈয়া শুদ্ধভাৱে,
প্ৰতিমা যিটো পূজয়।
গুৰুত কিঞ্চিত, আছয় আদৰ,
প্ৰকৃত তাক বোলয়॥
সামান্য ভক্তক, আৰু মহন্তক,
নকৰে মান সন্মান।
একান্ত যতনে, প্ৰতিমা পূজয়,
প্ৰকৃতি সিটো প্ৰধান॥
একাদশ স্কন্ধে, তৃতীয় আধ্যায়,
হৰি সিদ্ধ আছে কই।
প্ৰতিমাক মাত্ৰ, হৰি বুদ্ধি কৰি,
শ্ৰধায়ে পূজা কৰয়॥

ভক্তক নুপূজে, প্ৰাণীক নোসোধ,
প্ৰতিমাক বোলে হৰি।
এহিতো প্ৰতিতে, গুৰুক দেখিলে,
মনে অভকত কৰি॥
মধ্যম গুৰুক, ঈশ্বৰ মানিয়া,
প্ৰেমে সেৱা কৰিবেক।
আপনাৰ সম, যতন পৰম,
মিত্ৰ অতি কৰিবেক॥
দুখিত করুণা, বিপক্ষক ক্ষমা,
ভাৱ সদা কৰিবেক।
গুৰুত কৃষ্ণ, শ্ৰবনাদি ভক্তি
শিকিবেক আতিৰেক॥
এহি পৰিভেদ, দৃষ্টিৰ মিলিল,
বুলিয়া মধ্যম সন্ত।
দেখা সপ্তমৰ, নৱ অধ্যায়ত,
প্ৰহ্লাদে কহি আছন্ত॥
নাৰদৰ হাতে, কালৰ হাতৰ,
এৰুৱাইলা দেৱহৰি।
তোমাৰ ভৃত্যৰ নাৰদৰ সঙ্গ,
দিয়া মোক কৃপা কৰি॥

অষ্টম স্কন্ধৰ, শেষ অধ্যায়ত,
সত্যব্ৰতে বোলে বাণী।
যাহাৰ সেৱাত, অজ্ঞান গুছিয়া,
ব্ৰহ্মৰূপ হোৱে প্ৰাণী॥
হেনয় ঈশ্বৰ, মোহোৰ গুৰুৰ,
পৰম গুৰু হুয়োক;
একাদশ দুই, অধ্যায়ত হৰি,
বচনত দেখিয়োক॥
হৰি নিগদতি, শুনিয়ো নৃপতি,
যিটো বুদ্ধিমন্ত জন।
যাহাৰ সেৱাত, অনাথক গুছে,
ভজোক তান চৰণ॥
গুৰুক ঈশ্বৰ, আত্মা বুলি মানি,
নিস্কাম ভকতি ধৰি।
আমাক নিয়ন্তে, কৃষ্ণক ভজোক,
একান্ত ভকতি কৰি॥
ইসব বচন দেখিয়োক গুৰু,
ঈশ্বৰৰ ভেদভাৱ।
নিস্কামী ভকতে, ইশ্বৰাক্ষা বুলি,
ভক্তিকৰে গুৰু পাৱে॥

ইদানিক শুনা, উত্তম গুৰুক,
যেনমতে মানিবেক।
যাত ভেদ বুদ্ধিনাই, গুৰু ঈশ্বৰক,
একে ৰূপ দেখিবেক॥
দ্বিতীয় স্কন্ধৰ, পঞ্চম অধ্যায়,
নাৰদে বোলে ব্ৰহ্মাক।
তোমাত অধিক, ঈশ্বৰ নাহিকে,
সমান নাহি তোমাক।
হৈয়া দেৱ দেৱ, ভূত বিভূষণ,
কৰো পাৱে নমস্কাৰ॥
স্ৰজন পালন, সংহাৰ কৰিতে,
নাহি কিছু শ্ৰম যাৰ।
যেন মাকড়ায়ে, জালক পাতিয়া
তাহাতে কৰে বিহাৰ।
পুনৰূপি জাল কৰাহা সংহাৰ,
নাই কিছু শ্ৰম যাৰ॥
পঞ্চম স্কন্ধত, এঘাৰ অধ্যায়,
ভৰতে বোলে বচন।
গুৰুৰেসে হৰি, হৰিৰেসে গুৰু,
কিছু নাই বিলক্ষণ॥

অষ্টম স্কন্ধৰ, শেষ অধ্যায়ত,
সত্যব্ৰতে বোলে বাণী।
যাহাৰ সেৱাত, অজ্ঞান গুছিয়া,
ব্ৰহ্মৰূপ হোৱে প্ৰাণী॥
হেনয় ঈশ্বৰ, মোহোৰ গুৰুৰ,
পৰম গুৰু হুয়োক;
একাদশ তুই, অধ্যায়ত হৰি,
বচনত দেখিয়োক॥
হৰি নিগদতি, শুনিয়ো নৃপতি,
যিটো বুদ্ধিমন্ত জন।
যাহাৰ সেৱাত, অনাথক গুছে,
ভজোক তান চৰণ॥
গুৰুক ঈশ্বৰ, আত্মা বুলি মানি,
নিস্কাম ভকতি ধৰি।
আমাক নিয়ন্তে, কৃষ্ণক ভজোক,
একান্ত ভকতি কৰি॥
ইসব বচন দেখিয়োক গুৰু,
ঈশ্বৰৰ ভেদভাৱ।
নিস্কামী ভকতে, ইশ্বৰাক্ষা বুলি,
ভক্তিকৰে গুৰু পাৱে॥

ইদানিক শুনা, উত্তম গুৰুক,
যেনমতে মানিবেক ।
যাত ভেদ বুদ্ধিনাই, গুৰু ঈশ্বৰক,
একে ৰূপ দেখিবেক ॥
দ্বিতীয় স্কন্ধৰ, পঞ্চম অধ্যায়,
নাৰদে বোলে ব্ৰহ্মাক ।
তোমাত অধিক, ঈশ্বৰ নাহিকে,
সমান নাহি তোমাক ।
হৈয়া দেৱ দেৱ, ভূত বিভূষণ,
কৰো পাৱে নমস্কাৰ ॥
স্ৰজন পালন, সংহাৰ কৰিতে,
নাহি কিছু শ্ৰম যাৰ ।
যেন মাকড়ায়, জালক পাতিয়া
তাহাতে কৰে বিহাৰ ।
পুনৰূপি জাল কৰাহা সংহাৰ,
নাই কিছু শ্ৰম যাৰ ॥
পঞ্চম স্কন্ধত, এঘাৰ অধ্যায়,
ভৰতে বোলে বচন ।
গুৰুৰেসে হৰি, হৰিৰেসে গুৰু,
কিছু নাই বিলক্ষণ ॥

একাদশ স্কন্দে, উদ্ধবে বোলন্ত,
কৃষ্ণৰ আগে বিনায়।
বাহিৰে ভিতৰে, গুৰু প্ৰভূতুমি,
ভৃত্যৰ ছেদা সংশয়॥
চতুৰ্থ স্কন্ধৰ, আঠ বিংশতিত,
নাৰদে বোলে বচন।
মহা জ্ঞানদাতা, গুৰুকে জানিবা,
ভগৱন্ত সেহিজন॥
হৰি ৰূপে গুৰু, দিয়া উপদেশ,
পায়া শুদ্ধ তত্ত্ব জ্ঞান।
সমস্ত জগত, হৰি ময় দেখি,
হৈবে ভব পৰিত্ৰাণ॥
তাতো আৰো যেই, নিয়ন্তা ঈশ্বৰ,
বুলিলা হেন বচন।
শুনিয়োক বিভী- ষণ যাক লাগি,
মই সেই গুৰু জন॥
দশম স্কন্ধৰ, আশী অধ্যায়ত,
বুলিছে কৃষ্ণ বচন।
জ্ঞান দাতা গুৰু, মই সে জানিবা,
কিছু নাই বিলক্ষণ॥

ইসব বচন, কৰিয়োক মন,
গুৰুক জানিবা হৰি।
উত্তম সাধুৰ, ভেদ দৃষ্টি শূণ্য,
মানে তাৰা হেন কৰি॥
নামে সদ গুৰু, আনন্দ দায়ক,
ভৱ নদী বিনাশন।
সদা চিদানন্দ, ভক্তি সমূদ্রত,
নির্ভয়ে কৰে কীর্ত্তন॥
হেনয় গুৰুৰ, চৰণত মোৰ,
জন্মে জন্মে ৰতি হৌক।
মহা গুৰু বিনে, ই তিনি ভূবনে;
নেদেখো সুহৃদ লোক॥
শ্রীমন্ত শঙ্কৰ, ইটো জগতৰ,
মহা উপকাৰী ভৈলা।
ভাগৱত বৃষ্টি, কৰিয়া তাপিত,
জগতকে জুৰুৱাইলা॥
আমৰা সবৰ, কুলৰ প্রকাশ,
ভৈলা যেন সূর্য্য প্রায়।
সমুদ্রে পর্য্যন্তে, জুৰিলে কীর্ত্তন,
উপমাৰ ঠাই নাই॥

শুনা সৰ্ব্বজন, তেজি আন মন,
নামক তালত বান্ধা।
পুত্ৰ ভাৰ্য্যা ধন, আমাৰ বচন,
জানিবা সমস্ত ঢাণ্ডা ॥
কৃষ্ণত কথামৃত, শান্ত কৰে চিত্ত,
শুনিয়ো যতন কৰি।
কহে দীন ৰাম, তেজি আন কাম,
ডাকি বোলা হৰি হৰি ॥

---

পণ্ডিত নিৰ্ণয়।

## পদ।

যাহাক পণ্ডিত বোলে শুনিয়ো নিৰ্ণয়।
একচিত্তে শুনিয়োক সভাসদ চয় ॥
একাদশ স্কন্ধে ঊনবিংশতি অধ্যায়ত।
কহিছন্ত কৃষ্ণে সাধু উদ্ধব আগত ॥
মাধৱে বোলন্ত সখী শুনা মহাশয়।
সংসাৰ পথত যিটো মোক্ষক সাধয় ॥

তাকেসে পণ্ডিত বুলি কৈলোঁ মোৰ মত।
মোক্ষ যাক বোলে তাক কৰিবো বেকত॥
ভাৰ্য্যা পুত্ৰ ধনত আকুল যাৰ মন।
দেহত মমত যাৰ আছে সৰ্ব্বক্ষণ॥
যদি চাৰি বেদ চৈধ্য শাস্ত্ৰত পাৰ্গত।
তথাপিতো সিটো মূৰ্খ জানা মোৰ মত॥
জানিয়া কৃষ্ণৰ যত ভক্তি অনুক্ষণ।
তাকেসে পণ্ডিত বুলি মানে সাধুজন॥
দশম স্কন্ধৰ চসত্তৰি অধ্যায়ত।
ব্ৰহ্মা মহেশ্বৰ কৰি সবাৰো মধ্যত॥
মহাদেৱ মহন্তক পণ্ডিত বখানি।
সাধুৰ্ব্বাদ কৰিলন্ত তত্ত্ব হেন জানি॥
একাদশ স্কন্ধত দেখিয়ো মন কৰি।
পণ্ডিতৰ লক্ষণ কহিছে দেৱ হৰি॥
ব্ৰাহ্মণৰ চণ্ডালৰ নিবিচাৰি কুল।
অন্তৰ্য্যামী ৰূপে মোক মানে কৰি তুল॥
দাতাত চোৰত যাৰ ভৈলা এক জ্ঞান।
তাহাক পণ্ডিত বুলি সন্ত সৰ্ব্বজন॥
সূৰ্য্যে যেন কুৰা পকা দুইক দেখি এক।
সন্ত জন ক্ৰুৰ জন সম দেখিবেক॥

ইটো চাৰি বিষয়ক কৰিয়া খণ্ডিত ।
সম দৃষ্টি দেখিবেক সেহিসে পণ্ডিত ॥
দশম স্কন্ধৰ ঊনত্রিশ অধ্যায়ত।
কহিচন্ত গোপী সবে কৃষ্ণৰ আগত ॥
হে পদ্মনাভ হুয়ো আমাত প্রসন্ন।
চিৰ কালে আশা কৰি আছোঁ গোপীগণ ॥
পতি পুত্র বিষয়ক দেখি আশাময়।
তোমাৰ চৰণে দৃঢ় কৰিলোঁ নিশ্চয় ॥
পৰম পণ্ডিত সব আছে যত যত ।
সদায়ে কৰয় ৰতি তযু চৰণত ॥
ভাৰ্য্যা পুত্র দেখি সবে দুখৰ কাৰণ।
নিজ প্রয়োজন জানি ভজে নাৰায়ণ ॥
একাদশ স্কন্ধত কহিছা ভগবান ।
মনুষ্য মধ্যত সিটো মহা সাধুজন ॥
অনিত্য শৰীৰ যিটো এহিজন মত।
নিত্য মুকুতিক যিটো সধিলা সাম্প্রত ॥
যতেক মনুষ্য সব আছে অনুপাম।
সমস্তকে কৰি ইটো চতুৰ পৰম ॥
চতুৰ্থ স্কন্ধত ঊনত্রিশ অধ্যায়ত।
কহন্ত নাৰদ ঋষি সবাৰ আগত ॥

হৰিসে দেহৰ প্ৰিয়তম আত্মা প্ৰাণ।
তাহাঙ্ক ভজিলে ভয় গুছয় অজ্ঞান॥
এহি তত্ত্ব জানে যিটো জানে নিষ্ট কৰি।
সেহিটো পৰম গুৰু সেহিজন হৰি॥
তাতে আৰো প্ৰাচীনৰ ঋষিক মাতন্ত।
উপাধি সকলে নিজ তত্ত্ব নজানন্ত॥
হাসি মুনি তত্ত্ব যিটো কৰিলা বিদিত।
গুছিল সংশয় যত আছিল হৃদিত॥
মুকুতি নিৰ্ণয় শাস্ত্ৰে কহিয়া আছন্ত।
নামত পৰমানন্দ স্বামী মহা সন্ত।
পণ্ডিত সকলে শাস্ত্ৰ কৰিয়া বিচাৰ।
নিপুন বুদ্ধিয়ে ভৈলা সংসাৰৰ পাৰ॥
অহঙ্কাৰ আদি যত আচয় সংশয়।
তাহাঙ্ক পণ্ডিত বুলি শাস্ত্ৰে নকহয়॥
শুনিয়োক সবে সভাসদ সাধুগণ।
ইসব বচনে কৈলোঁ পণ্ডিত লক্ষণ॥
মহন্তৰ সেৱাত সিজয় সৱে কাম।
জানিয়া সন্তৰ সেৱা কৰা অবিশ্ৰাম॥
আন বিষয়ক নিৰন্তৰে মন যাই।
কৃষ্ণৰ সেৱাত ক্ষণ মাত্ৰ শ্ৰদ্ধা নাই॥

ইটো চাৰি বিষয়ক কৰিয়া খণ্ডিত ।
সম দৃষ্টি দেখিবেক সেহিসে পণ্ডিত ॥
দশম স্কন্ধৰ উনত্রিশ অধ্যায়ত ।
কহিচন্ত গোপী সবে কৃষ্ণৰ আগত ॥
হে পদ্মনাভ হুয়ো আমাত প্রসন্ন ।
চিৰ কালে আশা কৰি আছোঁ গোপীগণ ॥
পতি পুত্র বিষয়ক দেখি আশাময় ।
তোমাৰ চৰণে দৃঢ় কৰিলোঁ নিশ্চয় ॥
পৰম পণ্ডিত সব আছে যত যত ।
সদায়ে কৰয় ৰতি তযু চৰণত ॥
ভার্য্যা পুত্র দেখি সবে দুখৰ কাৰণ ।
নিজ প্রয়োজন জানি ভজে নাৰায়ণ ॥
একাদশ স্কন্ধত কহিছা ভগবান ।
মনুষ্য মধ্যত সিটো মহা সাধুজন ॥
অনিত্য শৰীৰ যিটো এহিজন মত ।
নিত্য মুকুতিক যিটো সধিলা সাম্প্রত ॥
যতেক মনুষ্য সব আছে অনুপাম ।
সমস্তকে কৰি ইটো চতুৰ পৰম ॥
চতুৰ্থ স্কন্ধত উনত্রিশ অধ্যায়ত ।
কহন্ত নাৰদ ঋষি সবাৰ আগত ॥

হৰিসে দেহৰ প্ৰিয়তম আত্মা প্ৰাণ।
তাহাঙ্ক ভজিলে ভয় গুছয় অজ্ঞান ॥
এহি তত্ত্ব জানে যিটো জানে নিষ্ট কৰি।
সেহিটো পৰম গুৰু সেহিজন হৰি ॥
তাতে আৰো প্ৰাচীনৰ ঋষিক মাতন্ত।
উপাধি সকলে নিজ তত্ত্ব নজানন্ত ॥
হাসি মুনি তত্ত্ব যিটো কৰিলা বিদিত।
গুছিল সংশয় যত আছিল হৃদিত ॥
মুকুতি নির্ণয় শাস্ত্রে কহিয়া আছন্ত।
নামত পৰমানন্দ স্বামী মহা সন্ত।
পণ্ডিত সকলে শাস্ত্ৰ কৰিয়া বিচাৰ।
নিপুন বুদ্ধিয়ে ভৈলা সংসাৰৰ পাৰ ॥
অহঙ্কাৰ আদি যত আচয় সংশয়।
তাহাঙ্ক পণ্ডিত বুলি শাস্ত্রে নকহয় ॥
শুনিয়োক সবে সভাসদ সাধুগণ।
ইসব বচনে কৈলোঁ পণ্ডিত লক্ষণ ॥
মহন্তৰ সেৱাত সিজয় সৰ্ব্ব কাম।
জানিয়া সন্তৰ সেৱা কৰা অবিশ্ৰাম ॥
আন বিষয়ক নিৰন্তৰে মন যাই।
কৃষ্ণৰ সেৱাত ক্ষণ মাত্ৰ শ্ৰদ্ধা নাই ॥

মাতৃৰ গৰ্ভত আছিলাহা যি কালত।
আহিছা কাকত দিয়া কৃষ্ণৰ হাতত॥
সদায়ে উপাসা প্ৰভু কৰিবোঁ তোমাক।
ভাৰ্য্যা পুত্ৰ পায়া পাশৰিলা সিটোবাক॥
এহি কথা সুমৰায়া যম নৃপবৰে।
ভুঞ্জাইবে যাতনা ঘোৰ সঞ্জমনি পুৰে॥
হেন জানি যতনে তেজিয়োক আনকাম।
কৃষ্ণৰ কথাত মন কৰা উপশাম॥
কৃষ্ণ পদ ৰাতুল কমল ধৰি মনে।
কহে ৰামে হৰি হৰি বোলা সৰ্ব্বজনে॥

---

কৃষ্ণৰ কথা নিৰ্ণয়।

## ডুলড়ি।

শুনা সৰ্ব্বজন, কৃষ্ণ কথাদান,
দিবৰ কৰোঁ নিৰ্ণয়।
হৰি কথা যেই, সদা দান দেই,
সেইটো দানী নিশ্চয়॥

দশমৰ এক,　　ত্রিশ অধ্যায়ত,
কহি আছে গোপীগণ।
পঙ্কজ লোচন,　　দিয়া দৰিশন,
জুড়াওক আমাৰ মন ॥
তযুকথা মৃত,　　তুষ্টক পিয়ায়ে,
শ্রবনে সাধে মুকুতি।
সকাম কৰ্ম্মক　　নিবাৰন্ত আতি,
জানি জ্ঞানী কৰে স্তুতি ॥
যিটো জনে সদা,　　কহে হৰি কথা,
সেই দেই জীউদান।
জানা তাত পৰে,　　বহ্মাণ্ড ভিতৰে,
মহা দানী নাই আন ॥
তাহাতে শ্রীধৰ,　　স্বামীৰ বচনে,
লয়োক আৰ প্রমাণ।
পূৰ্ব্ব জনমত,　　সেইটো মহন্তে,
কৰি আছে মহাদান ॥
সেই পূণ্য বলে,　　এবেয়ো বিকলে,
কথাক কৰে প্রচাৰ।
হৰি কথা দান,　　কৰিবাৰ মন,
নাহিকয় দানী আৰ ॥

চতুৰ্থ স্কন্ধত, দুই বিংশতিত,
পৃথু ৰাজা কহিছন্ত।
সনত কুমাৰ, সবক বোলন্ত,
শুনা গুৰু মহা সন্ত ॥
কৃষ্ণ কথা দান, অজ্ঞানীক জ্ঞান,
দিলাহা মোক আপুনি।
প্ৰাণী উদ্ধাৰণে নিজ কৃপা গুণে
হুয়া তুষ্ট মহামানি ॥
কৃষ্ণ কথা দান দিয়া বিদ্যমান
ভৈলা তত্ত্ব পৰিচয়।
কৃতাঞ্জলী বিনে ইহাৰ ঋণক
সুজিবাক নপাৰয় ॥
যেন বালকক পিতৃ মাতৃ স্নেহ
শৰ্কৰা দেই হাতত।
সিজন বালক পিতৃ উপকাৰ
সুজিতে নুই শকত ॥
প্ৰথম স্কন্ধৰ পঞ্চম অধ্যায়ত
নাৰদে বোলে ব্যাসক।
অখিল লোকৰ মূৰ্খৰ কাৰণ
বৰ্ণায়ে কৃষ্ণ যশক ॥

সংসাৰত তাপ তাপিত লোকক
চিন্তিয়োক তুমি হিত
মুকুতি কাৰণ ক্লেশ নিবাৰণ
বৰ্ণায়ো হৰিৰ চৰিত॥
একাদশ স্কন্ধে ঊন বিংশতিত
কহি আছা দামোদৰ।
প্ৰাণী দ্ৰোহ এৰি কথাদান কৰে
ইসেদান শ্ৰেষ্ঠতৰ॥
মই মহা যোগী মোহোক চিনাও
দিয়া যিটো মহাজ্ঞান।
বুলিয়া দক্ষিণা আকে নিষ্ঠে জানা
মোহোৰ মত প্ৰধান॥
প্ৰথম স্কন্ধৰ সুতৰ বাক্যত
লয়োক আৰ প্ৰমাণ।
সংসাৰী লোকক করুণায়ে শুকে
দিলা ভাগৱত দান॥
দ্বাদশ স্কন্ধত তেৰ অধ্যায়ত
বুলিলা সুতে বচন।
পদ্ম উপৰত থাকি ভয় ভীত
ভৈলন্ত চতুৰানন॥

চতুৰ্থ স্কন্ধত, দুই বিংশতিত,
পৃথু ৰাজা কহিছন্ত।
সনত কুমাৰ, সবক বোলন্ত,
শুনা গুৰু মহা সন্ত॥
কৃষ্ণ কথা দান, অজ্ঞানীক জ্ঞান,
দিলাহা মোক আপুনি।
প্ৰাণী উদ্ধাৰণে নিজ কৃপা গুণে
হুয়ো তুষ্ট মহামানি॥
কৃষ্ণ কথা দান দিয়া বিদ্যমান
ভৈলা তত্ত্ব পৰিচয়।
কৃতাঞ্জলী বিনে ইহাৰ ঋণক
শুজিবাক নপাৰয়॥
যেন বালকক পিতৃ মাতৃ স্নেহ
শৰ্কৰা দেই হাতত।
সিজন বালক পিতৃ উপকাৰ
শুজিতে নুই শকত॥
প্ৰথম স্কন্ধৰ পঞ্চম অধ্যায়ত
নাৰদে বোলে ব্যাসক।
অখিল লোকৰ মূৰ্খৰ কাৰণ
বৰ্ণায়ে কৃষ্ণ যশক॥

সংসাৰত তাপ তাপিত লোকক
চিন্তিয়োক তুমি হিত
মুকুতি কাৰণ ক্লেশ নিবাৰণ
বর্ণায়ো হৰিৰ চৰিত॥
একাদশ স্কন্ধে উন বিংশতিত
কহি আছা দামোদৰ।
প্রাণী দ্রোহ এৰি কথাদান কৰে
ইসেদান শ্রেষ্ঠতৰ॥
মই মহা যোগী মোহোক চিনাও
দিয়া যিটো মহাজ্ঞান।
বুলিয়া দক্ষিণা আকে নিষ্ঠে জানা
মোহোৰ মত প্রধান॥
প্রথম স্কন্ধৰ সুতৰ বাক্যত
লয়োক আৰ প্রমাণ।
সংসাৰী লোকক করুণায়ে শুকে
দিলা ভাগৱত দান॥
দ্বাদশ স্কন্ধত তেৰ অধ্যায়ত
বুলিলা সুতে বচন।
পদ্ম উপৰত থাকি ভয় ভীত
ভৈলন্ত চতুৰানন॥

সেই সময়ত প্ৰভু ভগৱন্ত
ব্ৰহ্মাক কৃপা কৰিলা।
জগত তাৰক ইটো ভাগৱত
নাৰায়ণে দান দিলা ॥
আনজনে দান কৰে যতমান
সিটো আক সমনুই।
কৃষ্ণৰ কথা দান কৰে যিটো জন
ইসে দান সত্য হুই ॥
শুনা বুধজন কৃষ্ণ কথা দান
কৰে যিটো সাধুজনে।
তাহাঙ্ক কৃষ্ণৰ, অৱতাৰ বুলি,
কৰিবা বিশ্বাস মনে ॥
যেন সূৰ্য্য অংশ, চক্ষুয়ে প্ৰকাশে,
সূৰ্য্যৰ ৰশ্মি সকল।
সেহিমতে কৃষ্ণ, অংশ সন্তে কৰে,
প্ৰকাশ যশ নিৰ্ম্মল ॥
হেন জানি সিটো, তৰিবা সংসাৰ
সন্তত কৰিয়া আশ।
মহন্তৰ মুখে, শুনি কৃষ্ণ কথা,
ছেদিয়োক মায়া পাশ ॥

কৃষ্ণ কথা বিনে, ইতিনি ভূবণে,
নাহিকে তাৰন্তা আন।
জানি এহি তত্ত্ব, কথাকে সতত,
কৰা কৰ্ণ ভৰিপান ॥
দুৰ্ব্বোধ কৃষ্ণৰ, কথা যে বোধাৰে,
মিলয় পৰমানন্দ।
ই হেন কথাত, যাৰ চিত্ত নাই,
সেহিটো পৰম মন্দ ॥
জানি হৰি কথা, শুনা যথা তথা,
একান্ত যতন কৰি।
কহে কৃষ্ণ গতি, ৰাম অল্প মতি;
ডাকি বোলা হৰি হৰি ॥

---

ত্রিবিধ ভক্তৰ নিৰ্ণয়।

## ছবি।

শুনিয়োক বন্ধু জন, ত্রিবিধ ভক্তৰ ভাগ,
ই দানিক কৰিবোঁ নিৰ্ণয়।
পদ্ম পুৰাণৰ স্বৰ্গ, খণ্ডত কহিছে হৰি,
পাৰ্ব্বতীত কৰিয়া নিশ্চয় ॥

সেই সময়ত প্ৰভু ভগৱন্ত
ব্ৰহ্মাক কৃপা কৰিলা।
জগত তাৰক ইটো ভাগৱত
নাৰায়ণে দান দিলা॥
আনজনে দান কৰে যতমান
সিটো আক সমনুই।
কৃষ্ণৰ কথা দান কৰে যিটো জন
ইসে দান সত্য হুই॥
শুনা বুধজন কৃষ্ণ কথা দান
কৰে যিটো সাধুজনে।
তাহাঙ্ক কৃষ্ণৰ, অৱতাৰ বুলি,
কৰিবা বিশ্বাস মনে॥
যেন সূৰ্য্য অংশ, চক্ষুয়ে প্ৰকাশে,
সূৰ্য্যৰ ৰশ্মি সকল।
সেহিমতে কৃষ্ণ, অংশ সন্তে কৰে,
প্ৰকাশ যশ নিৰ্ম্মল॥
হেন জানি সিটো, তৰিবা সংসাৰ
সন্তত কৰিয়া আশ।
মহন্তৰ মুখে, শুনি কৃষ্ণ কথা,
ছেদিয়োক মায়া পাশ॥

কৃষ্ণ কথা বিনে, ইতিনি ভূবণে,
নাহিকে তাৰন্তা আন।
জানি এহি তত্ত্ব, কথাকে সতত,
কৰা কৰ্ণ ভৰিপান ॥
দুৰ্ব্বোধ কৃষ্ণৰ, কথা যে বোধাৱে,
মিলয় পৰমানন্দ।
ই হেন কথাত, যাৰ চিত্ত নাই,
সেহিটো পৰম মন্দ ॥
জানি হৰি কথা, শুনা যথা তথা,
একান্ত যতন কৰি।
কহে কৃষ্ণ গতি, ৰাম অল্প মতি;
ডাকি বোলা হৰি হৰি ॥

———

ত্ৰিবিধ ভক্তৰ নিৰ্ণয়।

## ছবি।

শুনিয়োক বন্ধু জন, ত্ৰিবিধ ভক্তৰ ভাগ,
ই দানিক কৰিবোঁ নিৰ্ণয়।
পদ্ম পুৰাণৰ স্বৰ্গ, খণ্ডত কহিছে হৰি,
পাৰ্ব্বতীত কৰিয়া নিশ্চয় ॥

যিটো জনে দেৱ তীৰ্থ; আনত বিশ্বাস তেজি,
ভজে মাত্র কৃষ্ণৰ চৰণে ।
নাই বৃক্ষ সূৰ্য্য পূণ্য, জ্ঞান বিৰকতি শূণ্য,
ভোগত আকুল সদামনে ॥
যি নৰে ভোগৰ অর্থে, পৰম সদায় পীয়ে,
ভোগত আতুৰ যেন মত্ত ।
নানান উপায় কৰি, প্রাকৃত ভকত সবে,
বহু ভোগ কৰয় আৰ্জ্জিত ॥
হুয়া মহা কামাতুৰ, পৰ বস্তু যত যত,
ভোগ কৰি ফুৰয় সমস্ত ।
নচাৱয় গুণ দোষ, মিলে মহা অস ন্তোষ,
বিৰকতি নহে বিষয়ত ॥
ই দানিক মধ্যমৰ, ভোগৰ অবস্থা কওঁ,
শুনিয়োক সভাসদ চয় ।
যিমান ভোগক মাত্র, দেহা ৰক্ষা পৰিবেক,
সেহি মানে তাৰাৰ আশ্রয় ॥
পঞ্চমৰ পঞ্চ অধ্যায়ত, ঋষভে বুলিলে বাক,
ঈশ্বৰেসে সুহৃত যাহাৰ ।
পুত্র ভাৰ্য্যা গৃহাদিত, নাহি স্পৃহা কদাচিত,
দেহা ৰক্ষা চিন্তা মাত্র তাৰ ॥

দশম স্কন্ধৰ সাত, চল্লিশত গোপী যত,
বুলি আছা স্বৰূপ বচন।
কৃষ্ণৰ কথায়ে ধৰ্ম্ম, অর্থ কাম মুকুতিক,
সমুলক্কে কৰে উলঙ্ঘন॥
কৰ্ণৰ অমৃত চয়, ইহাৰ স্বাদক পাই,
গৃহ কুটুম্বক এৰিযাই।
প্ৰাণ প্ৰবৰ্ত্তয় যৈত, এহিমানে চিন্তা মাত্ৰ,
ৰাখে দেহা ভিক্ষা মাগি খাই॥
বামনৰ আগে বলি, বোলে কৃতাঞ্জলি কৰি,
ইন্দ্ৰৰ পদত নাই কাম।
কানি কন্থা পিন্ধি হৰি, প্ৰাণ ৰাখি ভিক্ষা কৰি,
সদায়ে লৈবোঁ তোমাৰ নাম॥
মধ্যম ভকতে ভোগ, নকৰয় অনুক্ষণ,
কৰে দেহা ৰক্ষাৰ কাৰণে।
গাছত নাহিকে কাৰ্য্য, ফলৰ নিমিত্তে যেন,
টঙ্কা ডলি দেই প্ৰাণী গণে॥

———॰———

## ঝুলড়ি ।

শুনা সৰ্ব্বজন, উত্তম সন্তৰ
ভোগক কৰো নির্ণয়।
প্রপঞ্চৰ বলে, ভক্তেয়ো বিকলে,
তাত স্পৃহা নকৰয় ॥
কৃষ্ণ অনুচৰ, হুয়া কলেবৰ,
অর্পয় হৰিৰ পাৱে।
সেৱা বিনে আন, চিন্তা নাহি তান,
দেহাৰ ভোগ নচাৱে ॥
একাদশ স্কন্ধে, উনবিংশতিত,
কহিছন্ত নাৰায়ণে।
সৰ্ব্ব ধৰ্ম্ম এড়ি, মোতে দেহা অর্পি,
নিশ্চিন্ত ভৈলা সৰ্ব্ব জনে ॥
যেন গোক যত, বেচিলে পৰত,
পোষণ চিন্তা নকৰে।
সেহিমতে মোত, দেহা বিকি থিটো,
মোৰ ইষ্ট সিটো নৰে ॥

সিটো পুৰুষক, ভুকুতি মুকুতি
আপনি যাচিয়া দেওঁ।
সংসাৰ বন্ধৰ নথাকয় সিটো
পৰম পদক দেওঁ॥
গীতাৰ দ্বিতীয় অধ্যায়ত কহি
আছন্ত আমাত হৰি।
স্থিতপ্ৰজ্ঞ হুয়া ভুঞ্জি বিষয়ক
ৰাগ দ্বেষ দুৰ কৰি॥
যেন সমুদ্ৰত নানা নদী জল
মিলণ হোৱে সকল।
তথাপি সমুদ্ৰ নুহিকে ক্ষুভিত
নপাইলে নুই বিকল॥
সেহিমতে মহা উত্তম মহন্তে
ভুঞ্জয় ভোগ সকল।
বোধক জানি নহে অভিমানী
নপালেও কৌতু হল॥
একাদশ স্কন্ধে দ্বিতীয় ধ্যায়ত
হৰিসিদ্ধে বোলে বাণী।
উত্তম মহন্তে সমস্ত ইন্দ্ৰিয়
বিষয় ভুঞ্জাৱে জানি॥

যেন বিষয়াদি হুয়া স্পৃহা হান
কৃষ্ণক হৃদয়েধৰি।
বিষ্ণুৰ মায়ায়ে ৰচিত জগত
মানয় তাহান কৰি॥
মুকুত সকলে কৰে না না ভোগ
মনে এৰি অনুৰাগ।
কৃষ্ণৰ কৃপাত অবিদ্যা নিবৃত্তি
অবশ্য হোৱয় ত্যাগ॥
নিসিদ্ধ বিশিষ্ট দুইটো কৰি চিত
পাপে পুণ্যে নুচোৱয়।
ঈশ্বৰ হৃদিত হোৱয় বিদিত
দেখে নাৰায়ণ ময়॥
যেন মহন্তক কৰিয়া বঞ্চিত
নেদি যিটো থাকে খাই।
সিটো কৃষকৰ কপিলা বধৰ
পাতেক সিজিয়া যাই॥
একান্ত ভকতে যাহাৰ গৃহত
নতুহন্ত পৰ বেশ।
শৃগালৰ ঘৰ সৰ্পৰ গৰ্ত্তৰ
জানিবা তাৰ নিশেষ॥

সন্তৰ চৰণ ৰেণু জিটো জনে
নলৈলে সাদৰ কৰি।
জীৱন্ততে মৰা জানা সিটো নৰ
উপজিবে মৰি মৰি ॥
সাধুৰ পদৰ জল কৌতু হলে
ধৰিব শিৰত কৰি।
শুদ্ধ কলেবৰ হুয়া সিটো নৰ
যাইবেক সংসাৰ তৰি ॥
নমো কৃষ্ণ দেৱ তুমি বিনে কেৱ
সুহৃদ নাহিকে কেৱ।
তোমাক নজানি দেৱ চক্ৰপাণি
নেৰাইলোঁ সংসাৰ ভয় ॥
এবে কৃপা কৰা মোৰ বুলি ধৰা
দিয়োক সাধু সঙ্গতি।
তোমাৰ নিৰ্ম্মল গুণ সমুদ্ৰেত
বঢ়ায়ো মোৰ সুমতি ॥
ৰাম কৃষ্ণ নাম, আতি অনুপাম,
মুকুতৰো যাৰ ৰতি।
মোহোৰ মুখত, থাকোক সতত,
কৃপাকৰা যদুপতি ॥

তোমাৰ চৰণ, পঙ্কজত মন,
সদায়ে মোৰ থাকোক।
এহি কৃপাকৰা, কিঙ্কৰ যে বোলা,
ইবাৰ নেৰিবা মোক ॥
শুনা সভাসদ, ৰত্নমালা পদ,
ভকত সবৰ ধন।
নির্ম্মল হৃদয়, সিজনে পঢ়য়,
সিজিবেক প্রয়োজন ॥
কৃষ্ণ কৃপা সাৰ, কৰিয়া পামৰ,
বিৰচিলোঁ যত্ন কৰি।
কহে কৃষ্ণ গতি, ৰামে কৰি নতি,
ডাকি বোলা হৰি হৰি ॥

———•———

## ভক্তি ভেদ নির্ণয়।

### পদ।

নাৰদ বদতি প্রভু দয়ালু শঙ্কৰ।
কেনমতে ভক্তি ভেদ কহিও প্রচুৰ ॥
যাক জানি লোকে অনায়াসে সাধে গতি।
কহিয়োক সেই ভক্তি যোগক সম্প্রতি ॥

শিব নিগদতি সাধু ভক্ততে উত্তম।
পুছিলাহা ইটো কথা মহাগুহ্যত্তম ॥
একান্ত ভক্তত বিনে নকহো আনত।
ইহাৰ কাৰণ কহোঁ শুনিও সাম্প্রত ॥
যি কালত মোৰ ধ্যানে কৃষ্ণ তুষ্ট ভৈলা।
অভক্তক ভক্তি কহিবাক নিসেধিলা ॥
হেন শুনি ময়ো তান চৰণত ধৰি।
পুছিলোঁ কহিও কাক ভক্ত বোলে হৰি ॥
শুনি প্রীতিহুয়া মোক বুলিলা বচন।
শুনিওক শিব কহোঁ ভক্তৰ লক্ষণ ॥
মোৰ ধ্যানে নিষ্ঠ মোতে মাত্র প্রাণ যাৰ।
মোৰ যশ শ্রবণে উৎসুক যশস্যাৰ ॥
এহি মতে ভক্তি জগতকে শুদ্ধকৰে।
তাসাম্বাত ভক্তি ভেদ কৈবা নিৰন্তৰে ॥
তোমাৰ বাঢ়িবে ভক্তি কহিলোঁ লোকত।
আৰু এক বাক্যবলোঁ শুনিও সাম্প্রত ॥
যদি সাধাৰণে তত্ত্ব বাক্য নিষ্ঠ হয়।
সসন্ধানে ভক্তি তাত কহিবা নিশ্চয় ॥
এহি বুলি ভৈলা প্রভু ভকত বৎসল।
ঈশ্বৰ ভক্তিৰ শুনা সাধন সকল ॥

তোমাৰ চৰণ, পঙ্কজত মন,
সদায়ে মোৰ থাকোক।
এহি কৃপাকৰা, কিঙ্কৰ যে বোলা,
ইবাৰ নেৰিবা মোক ॥
শুনা সভাসদ, ৰত্নমালা পদ,
ভকত সবৰ ধন।
নির্ম্মল হৃদয়, সিজনে পঢ়য়,
সিজিবেক প্রয়োজন ॥
কৃষ্ণ কৃপা সাৰ, কৰিয়া পামৰ,
বিৰচিলোঁ যত্ন কৰি।
কহে কৃষ্ণ গতি, ৰামে কৰি নতি,
ডাকি বোলা হৰি হৰি ॥

---

ভক্তি ভেদ নির্ণয়।

পদ।

নাৰদ বদতি প্রভু দয়ালু শঙ্কৰ।
কেনমতে ভক্তি ভেদ কহিও প্রচুৰ ॥
যাক জানি লোকে অনায়াসে সাধে গতি।
কহিয়োক সেই ভক্তি যোগক সম্প্রতি ॥

শিব নিগদতি সাধু ভক্ততে উত্তম।
পুছিলাহা ইটো কথা মহাগুহ্যত্তম ॥
একান্ত ভক্তত বিনে নকহো আনত।
ইহাৰ কাৰণ কহোঁ শুনিও সাম্প্ৰত ॥
যি কালত মোৰ ধ্যানে কৃষ্ণ তুষ্ট ভৈলা।
অভক্তক ভক্তি কহিবাক নিসেধিলা ॥
হেন শুনি ময়ো তান চৰণত ধৰি।
পুছিলোঁ কহিও কাক ভক্ত বোলে হৰি ॥
শুনি প্ৰীতিহুয়া মোক বুলিলা বচন।
শুনিওক শিব কহোঁ ভক্তৰ লক্ষণ ॥
মোৰ ধ্যানে নিষ্ঠ মোতে মাত্ৰ প্ৰাণ যাৰ।
মোৰ যশ শ্ৰবণে উৎসুক যশস্যাৰ ॥
এহি মতে ভক্তি জগতকে শুদ্ধকৰে।
তাসাম্বাত ভক্তি ভেদ কৈবা নিৰন্তৰে ॥
তোমাৰ বাঢ়িবে ভক্তি কহিলোঁ লোকত।
আৰু এক বাক্যবলোঁ শুনিও সাম্প্ৰত ॥
যদি সাধাৰণে তয়ু বাক্য নিষ্ঠ হয়।
সসন্ধানে ভক্তি তাত কহিবা নিশ্চয় ॥
এহি বুলি ৰৈলা প্ৰভু ভকত বৎসল।
ঈশ্বৰ ভক্তিৰ শুনা সাধন সকল ॥

যাৰ আশ্ৰমত হয় কৃষ্ণত ভকতি ।
অনুৰূপে স্বধৰ্ম্ম অৰ্পিব ঈশ্বৰতি ॥
হিংসা শূণ্য পূজা কৰিবেক প্ৰতিমাৰ ।
শ্ৰবন কীৰ্ত্তন পূৰ্ব্ব তুতি নমস্কাৰ ॥
হৰিৰ স্মৰণ সদা নেৰয় মনৰ ।
বিষয়ত বিৰকতি গুৰু সেৱা সাৰ ॥
নিবৃত্তি শাস্ত্ৰত শ্ৰদ্ধা প্ৰীতি উত্তমত ।
সামান্যত মিত্ৰভাৱ দয়া দুখিতত ॥
হৰিৰ মুৰ্ত্তিৰ ধন্য শ্ৰবন কীৰ্ত্তন ।
সমস্ত ভূততে হৰিভাৱ অনুক্ষণ ॥
কীৰ্ত্তন ভকতি হোৱে এহিসে সাধন ।
যাক পায়া মোক্ষ কোন মানে সাধুজন ॥
শুনা আবে ভাগবতী ভক্তিৰ সাধন ।
যাকযত্ন কৰিবাক লাগে সৰ্ব্বক্ষণ ॥
গুৰু উপদেশ লোৱা ভকতে সহিতে ।
সৰ্ব্বদায় হৰিপদ সেবিবা সততে ॥
বচনে লৈবেক নাম কৰ্ণৰ শ্ৰবণে ।
হস্তে গোবিন্দৰ গৃহ প্ৰতিমা সেৱনে ॥
জিহ্বায়ো লৈবেক হৰি নৈবেদ্যৰ স্বাদ ।
নাসায়ে লৈবেক কৃষ্ণ নিৰ্ম্মাল্যৰ গন্ধ ॥

হৰিৰ নিৰ্ম্মাল্য চয় শিৰে ধৰিবেক।
সাদৰে চক্ষুয়ে ভকতক চাহিবেক॥
মনেৰূপ চিন্তিবেক অষ্টাঙ্গ নমস্কাৰ।
ঈশ্বৰৰ অৰ্থে ধন আনিব সম্ভাৰ॥
এতেকে সাধন যেবে সব ইন্দ্ৰিয়ৰ।
স্বভাবক ৰতি যেবে সব গোবিন্দৰ॥
আকে বলি ভাগবতী ভক্তি সুশোভন।
যাক পায়া ভকতে মুক্তিত নেদেমন॥
এবে প্ৰেম ভকতিৰ শুনিয়ো কাৰণ।
বিশ্বাস কৰিয়া থিৰ কৰি বুদ্ধিমন॥
একান্ত ভক্তিক গুৰু মানিব প্ৰথমে।
তান উপদেশ লৈব সচঙ্গ যতনে॥
গোবিন্দৰ চাৰি বিধ লীলা শুনিবেক।
কীৰ্ত্তন কৰিব তাকে মনে স্মৰিবেক॥
শ্ৰবণ ক্কীৰ্ত্তন পৰ যি সব হৰয়।
তাসম্বাক প্ৰ'ংসা কৰিব সততয়॥
শ্ৰবণ কীৰ্ত্তন প্ৰশংসাক স্মৰণক।
যদি কোন জনে নপাৰয় কৰিবাক॥
নাম আকৃতিত সৰ্ব্বদায়ে প্ৰবৰ্ত্তিব।
নামৰ প্ৰসাদে সবে আপুনি সিজিব॥

যাৰ আশ্ৰমত হয় কৃষ্ণত ভকতি ।
অনুৰূপে স্বধৰ্ম্ম অৰ্পিব ঈশ্বৰতি ॥
হিংসা শূণ্য পূজা কৰিবেক প্ৰতিমাৰ ।
শ্ৰবন কীৰ্ত্তন পূৰ্ব্ব তুতি নমস্কাৰ ॥
হৰিৰ স্মৰণ সদা নেৰয় মনৰ ।
বিষয়ত বিৰকতি গুৰু সেৱা সাৰ ॥
নিবৃত্তি শাস্ত্ৰত শ্ৰদ্ধা প্ৰীতি উত্তমত ।
সামান্যত মিত্ৰভাৱ দয়া দুখিতত ॥
হৰিৰ মুৰ্ত্তিৰ ধন্য শ্ৰবন কীৰ্ত্তন ।
সমস্ত ভূততে হৰিভাৱ অনুক্ষণ ॥
কীৰ্ত্তন ভকতি হোৱে এহিসে সাধন ।
যাক পায়া মোক্ষ কোন মানে সাধুজন ॥
শুনা আবে ভাগবতী ভক্তিৰ সাধন ।
যাকযত্ন কৰিবাক লাগে সৰ্ব্বক্ষণ ॥
গুৰু উপদেশ লোৱা ভকতে সহিতে ।
সৰ্ব্বদায় হৰিপদ সেবিবা সততে ॥
বচনে লৈবেক নাম কৰ্ণৰ শ্ৰবণে ।
হস্তে গোবিন্দৰ গৃহ প্ৰতিমা সেৱনে ॥
জিহ্বায়ো লৈবেক হৰি নৈবেদ্যৰ স্বাদ ।
নাসায়ে লৈবেক কৃষ্ণ নিৰ্ম্মাল্যৰ গন্ধ ॥

হৰিৰ নির্ম্মাল্য চয় শিৰে ধৰিবেক।
সাদৰে চক্ষুয়ে ভকতক চাহিবেক॥
মনেৰূপ চিন্তিবেক অষ্টাঙ্গ নমস্কাৰ।
ঈশ্বৰৰ অর্থে ধন আনিব সম্ভাৰ॥
এতেকে সাধন যেবে সব ইন্দ্রিয়ৰ।
স্বভাবক ৰতি যেবে সব গোবিন্দৰ॥
আকে বলি ভাগবতী ভক্তি সুশোভন।
যাক পায়া ভকতে মুক্তিত নেদেমন॥
এবে প্রেম ভকতিৰ শুনিয়ো কাৰণ।
বিশ্বাস কৰিয়া থিৰ কৰি বুদ্ধিমন॥
একান্ত ভক্তিক গুৰু মানিব প্রথমে।
তান উপদেশ লৈব সচঙ্গ যতনে॥
গোবিন্দৰ চাৰি বিধ লীলা শুনিবেক।
কীৰ্ত্তন কৰিব তাঁকে মনে স্মৰিবেক॥
শ্রবণ স্কীর্ত্তন পৰ যি সব হৰয়।
তাসম্বাক প্র ংসা কৰিব সততয়॥
শ্রবণ কীর্ত্তন প্রশংসাক স্মৰণক।
যদি কোন জনে নপাৰয় কৰিবাক॥
নাম আকৃতিত সর্ব্বদায়ে প্রবৰ্ত্তিব।
নামৰ প্রসাদে সবে আপুনি সিজিব॥

সৰ্ব্বদায়ে মহন্তক কৰিবেক প্ৰীতি।
তেবেসে হৈবেক কৃষ্ণ চৰণে ভকতি ॥
এহি প্ৰেম ভকতিক ভকতি লভিয়া।
সংসাৰ তেজিয়া থাকে আনন্দে মজিয়া ॥
পাৱে ভক্তে কৃষ্ণ ৰূপ গুণ কৰ্ম্ম ক্ৰিয়া।
ভক্তি সুখ বিনে ভক্তে নেদে তাত হিয়া ॥
নাৰদ বদতি দেব দেব মহেশ্বৰ।
ভক্তিৰ যতেক বিধ কৈলা নিৰন্তৰ ॥
কিমত নিসিদ্ধ কয়ো কিমত তন্তন।
হানীৰ বৃদ্ধিৰ আৰ কহিও কাৰণ ॥
সৰ্ব্ব সাধনত মোক্ষ কোন বা সাধন।
শুনিবাক শ্ৰদ্ধা মোৰ কৰিও বৰ্ণন ॥
পশু পতি বদতি শুনিও মুনিবৰ।
সকল প্ৰশ্নৰ মই দিলাঁহু উত্তৰ ॥
কহিছোঁ যতেক ইটো ভক্তিৰ সাধন।
তাত বিনে সমস্ত নিসেধ বুজা মন ॥
দেহা নিৰাহাৰ বিনে অধিক বিষয়।
কৰিলে ভক্তিক তভু কৰাৱে নিশ্চয় ॥
সংক্ষেপে কহিলোঁ মই নিসিদ্ধ তোমাৰ।
ভক্তি বিনাশক দোষ শুনিও সাম্প্ৰত ॥

নিগুৰ্ণা ভক্তি নাশ প্ৰাণী হিংসা হৈলে।
ভাগবতী নাশ হয় অহঙ্কাৰ ভৈলে॥
প্ৰেমময় নাশ হৱে সন্তৰ দোষত।
নিজ গুৰু অনাদৰে সব ভক্তি হত॥
আৰো কিবা দোষ কৰে আপোন গুৰুক।
ভক্তি কৰন্তেও সিটো যায় নৰকক॥
দোষ দৃষ্টি দেখিলে আপুন দুখী হয়।
সেই সেই দোষৰ যে ফলক লভয়॥
মনুষ্য বুদ্ধিক যিবা গুৰুতে কৰয়।
কুঞ্জৰ শৃগাল মতে সব ব্যৰ্থ হয়॥
সৰ্ব্ব সবিনত মোক্ষ গুৰু সেৱাজানা।
তেবে মৰিবত ভক্তি হোবে মনে মানা॥
যিটো মহাজনে,গুৰু বাক্যক কৰয়।
ইহাকেসে গুৰু সেৱা বুলিয়া নিশ্চয়॥
নিগুৰ্ণা ভক্তি কৰিবেক ভূত দয়া।
ভাগবতী ভক্তিৰ নিষ্ঠা মন কায়া॥
প্ৰেমময় ভকতিৰ প্ৰীতি বৈষ্ণবত।
হৰিৰ যশস্যা শুনিবেক অবিৰত॥
তিনিবিধ মোক্ষ এই সাধন ভক্তিৰ।
আৰো মোক্ষ অৰ্থ কহোঁ শুনা মহা ধীৰ॥
সৰ্ব্বমূল কৃষ্ণপদ পদত শৰণ।
যাত বিনে ভকতি শ্ৰৱণ সৰ্ব্বক্ষণ

সৰ্ব্বদায়ে মহন্তক কৰিবেক প্ৰীতি।
তেবেসে হৈবেক কৃষ্ণ চৰণে ভকতি ॥
এহি প্ৰেম ভকতিক ভকতি লভিয়া।
সংসাৰ তেজিয়া থাকে আনন্দে মজিয়া ॥
পাৰে ভক্তে কৃষ্ণ ৰূপ গুণ কৰ্ম্ম ক্ৰিয়া।
ভক্তি সুখ বিনে ভক্তে নেদে তাত হিয়া ॥
নাৰদ বদতি দেব দেব মহেশ্বৰ।
ভক্তিৰ যতেক বিধ কৈলা নিৰন্তৰ ॥
কিমত নিসিদ্ধ কয়ো কিমত তন্তন।
হানীৰ বৃদ্ধিৰ আৰ কহিও কাৰণ ॥
সৰ্ব্ব সাধনত মোক্ষ কোন বা সাধন।
শুনিবাক শ্ৰদ্ধা মোৰ কৰিও বৰ্ণন ॥
পশু পতি বদতি শুনিও মুনিবৰ।
সকল প্ৰশ্নৰ মই দিলাঁহু উত্তৰ ॥
কহিছোঁ যতেক ইটো ভক্তিৰ সাধন।
তাত বিনে সমস্ত নিসেধ বুজা মন ॥
দেহা নিৰাহাৰ বিনে অধিক বিষয়।
কৰিলে ভক্তিক তভু কৰাৰে নিশ্চয় ॥
সংক্ষেপে কহিলোঁ মই নিসিদ্ধ তোমাৰ।
ভক্তি বিনাশক দোষ শুনিও সাম্প্ৰত ॥

নিগু'ণা ভক্তি নাশ প্ৰাণী হিংসা হৈলে।
ভাগবতী নাশ হয় অহঙ্কাৰ ভৈলে॥
প্ৰেমময় নাশ হৱে সন্তৰ দোষত।
নিজ গুৰু অনাদৰে সব ভক্তি হত॥
আৰো কিবা দোষ কৰে আপোন গুৰুক।
ভক্তি কৰন্তেও সিটো যায় নৰকক॥
দোষ দৃষ্টি দেখিলে আপু'ন দুখী হয়।
সেই সেই দোষৰ যে ফলক লভয়॥
মনুষ্য বুদ্ধিক যিবা গুৰুতে কৰয়।
কুঞ্জৰ শৃগাল মতে সব ব্যৰ্থ হয়॥
সৰ্ব্ব সবিনত মোক্ষ গুৰু সেৱাজানা।
তেবে মৰিবত ভক্তি হোবে মনে মানা॥
যিটো মহাজনে,গুৰু বাক্যক কৰয়।
ইহাকেসে গুৰু সেৱা বুলিয়া নিশ্চয়॥
নিগু'ণা ভক্তি কৰিবেক ভূত দয়া।
ভাগবতী ভক্তিৰ নিষ্ঠা মন কায়া॥
প্ৰেমময় ভকতিৰ প্ৰীতি বৈষ্ণৱত।
হৰিৰ যশস্যা শুনিবেক অবিৰত॥
তিনিবিধ মোক্ষ এই সাধন ভক্তিৰ।
আৰো মোক্ষ অৰ্থ কহোঁ শুনা মহা ধীৰ॥
সৰ্ব্বমূল কৃষ্ণপদ পদত শৰণ।
যাত বিনে ভকতি শ্ৰৱণ সৰ্ব্বক্ষণ

যেন আঙাঘটৰ যে বহি যাই জল।
শৰণ বিনায় ভক্তি তেহ্নুয় বিফল ॥
যাতবিনে ভক্তি কৰিলেও পাৱে শ্ৰম।
কিমত শৰণ তাক কৰা নিৰূপন ॥

---

## ছবি।

শিব নিগদতি ঋষি, শুনা কহোঁ বিমৰিষি,
কৃষ্ণপদ শৰণৰ কথা।
কায় বাক মণৰযে, কৃষ্ণত সাক্ষাত ভৈলা,
পৰি নিষ্ঠা আশ্ৰম সৰ্ব্বথা ॥
শৰণ বুলিয়া আকে, বুজিবাহা দেব ঋষি,
কিন্তু এহি তিনিবিধ হয়।
প্ৰথম মধ্যম শ্ৰেষ্ঠ, ক্ৰমে এই তিনি বিধ,
শুনা কহোঁ তিনিৰো নিৰ্ণয় ॥
ধৰ্ম্মতীৰ্থ দেৱতাত, পাপ দুখ ভয়াদিত,
যিমত ৰক্ষ ভয় হয়।
সেহি বুদ্ধি নিষ্ঠা যেবে, কৃষ্ণ দেবতাত ভৈলে,
ইহাকেসে প্ৰথম বোলয় ॥

ভাৰ্য্যা পুত্ৰ মিত্ৰধন, গৃহ গয়াদিত যিবা,
মহন্তে আশ্ৰয় কৰিছয়।
মহন্ত আশ্ৰয় সেই, কৃষ্ণত ঘটিল যেবে,
ইহাকেসে ধৰ্ম্মবুলি কয়॥
দেহাদিত যেন মত; আত্ম মানি অভেদত,
আতি প্ৰিয় কৰিয়া থাকয়ঃ।
ইটো সৰ্ব্ব ভাৰ যেবে, কৃষ্ণ চৰণত ভৈলে,
আকে শ্ৰেষ্ঠ বুলিয়া নিশ্চয়॥
ঈশ্বৰ একান্ত ভক্ত, কৃষ্ণ নাম ধৰ্ম্ম বিনে,
আনত আশ্ৰয় নকৰয়।
এক শৰণিয়া ভক্ত, হৃদয়ে কৃষ্ণক ধৰি,
জগত পবিত্ৰকাৰী হয়॥
এতেকে ভক্তত বিনে কৃপাময় নাৰায়ণ
দেহক নমানে প্ৰিয় কৰি।
কি কৰিবোঁ নাদৰিবোঁ আন বিভূতিক প্ৰভু
যেহেতু পৰমানন্দ হৰি॥
নাৰদ বদতি প্ৰভু পুনুপুছু কহিওক
ভকতৰ লক্ষণ সাক্ষাত।
যিবা ভকতত যেন মনে প্ৰীতি কৰিবোঁহু
ইয়ো কথা কহিয়ো আমাত॥

শঙ্কৰ বদতি মুনি ভকত লক্ষণ জানা
মনুষ্যে জানিতে নপাৰয়।
বৈষ্ণবেসে মাত্ৰজানে যেহেন সৰ্পৰ পাৱ
সৰ্পে মাত্ৰ কেবলে জানয় ॥
তথাপিতো আনৰূপ লক্ষণ তোমাত কহু
যাতো তুমি কৃষ্ণৰ ভকত।
শান্তচিত্ত অহঙ্কাৰ সমকৰে বিৰহিত
শাস্ত্ৰ অনুবৰ্ত্তি অসংখ্যাত ॥
ৰাগ আদি নাহি যত সবাৰে সুহৃত মত
হিংসককো হিংসা নকৰয়।
এতেক লক্ষণ যত নিগু´ণা ভকত খ্যাত
বুজিবা নাৰদ মহাশয় ॥
হৰি সেৱা বিনে কিছু নামানে আপোন প্ৰিয়
বাসুদেব পৰে দেহেন্দ্ৰিয়।
ৰাগ দ্বেষ মান অপমান বিৰহিত তুষ্ট মন
ভাগবতী ভক্তি বুলি আকে ॥
সন্তত পিৰিতি যাৰ শ্ৰবণ কীৰ্ত্তন নিষ্ট
অসন্তৰ সঙ্গ পৰিহৰ।
সন্তৰ বচন কৰে কৃষ্ণ যশে মন মজে
সু প্ৰেম ভকত নাম যাৰ ॥

ভক্তৰ লক্ষণ মই সামান্যে সে নিৰূপিলোঁ
বিশেষ প্ৰকাৰে শুনা মুনি।
সমস্ত লক্ষণ কহোঁ উত্তম মধ্যম হীন
তিনি বিধ শুনা ভিন্নে ভিন্নি॥

সৰ্ব্ব আত্মা হৰি জানি সমস্ততে প্ৰিতিকৰি
দ্বেষ ভাব কাকো নকৰয়।
নিৰ্গুণা ভক্তৰ চিহ্ন উত্তম ইহাক বুলি
মধ্যমৰ শুনিও নিৰ্ণয়॥

সৰ্ব্ব আত্মা হৰি জানি তাৰতম্য প্ৰিতি কৰে
উত্তম মধ্যম সামান্যত।
ইহাকে মধ্যম বুলি প্ৰকৃত যিজন সিটো
প্ৰাণ মাত্ৰ কেবল নৰত॥

সৰ্ব্ব আত্মা বিষ্ণু প্ৰিতি কৰিবাক নপাৰয়
কিন্তু প্ৰাণী বধ ত্যাগ কৰে।
ইহাকে প্ৰাকৃত বুলি নিৰ্গুণৰ তিনি বিধ
কৈলোঁ শুনা আত অনন্তৰে॥

যাৰ সব ইন্দ্ৰিয় গণ স্বভাবে বিষ্ণুত ৰমে
ভাগবতী এহিসে উত্তম।
যাহাৰ ইন্দ্ৰিয় গণ যত্নেসে বিষ্ণুত প্ৰিতি
কৰে সিটো জানিবা মধ্যম॥

যাহাৰ ইন্দ্ৰিয় গণ কৃষ্ণক কৰয় সেবা
কিন্তু সিটো প্ৰিতি বিৰহিত।

শঙ্কৰ বদতি মুনি ভকত লক্ষণ জানা
মনুষ্যে জানিতে নপাৰয়।
বৈষ্ণৱেসে মাত্ৰজানে যেহেন সৰ্পৰ পাৱ
সৰ্পে মাত্ৰ কেবলে জানয় ॥
তথাপিতো আনৰূপ লক্ষণ তোমাত কহু
যাতো তুমি কৃষ্ণৰ ভকত।
শান্তচিত্ত অহঙ্কাৰ সমকৰে বিৰহিত
শাস্ত্ৰ অনুবৰ্ত্তি অসংখ্যাত ॥
ৰাগ আদি নাহি যত সবাৰে সুহৃত মত
হিংসককো হিংসা নকৰয়।
এতেক লক্ষণ যত নিগু´ণা ভকত খ্যাত
বুজিবা নাৰদ মহাশয় ॥
হৰি সেৱা বিনে কিছু নামানে আপোন প্ৰিয়
বাসুদেব পৰে দেহেন্দ্ৰিয়।
ৰাগ দ্বেষ মান অপমান বিৰহিত তুষ্ট মন
ভাগবতী ভক্তি বুলি আকে ॥
সন্তত পিৰিতি যাৰ শ্ৰবণ কীৰ্ত্তন নিষ্ট
অসন্তৰ সঙ্গ পৰিহৰ।
সন্তৰ বচন কৰে কৃষ্ণ যশে মন মজে
সু প্ৰেম ভকত নাম যাৰ ॥

ভক্তৰ লক্ষণ মই সামান্যে সে নিৰূপিলোঁ।
বিশেষ প্ৰকাৰে শুনা মুনি।
সমস্ত লক্ষণ কহোঁ উত্তম মধ্যম হীন
তিনি বিধ শুনা ভিন্নে ভিন্নি ॥

সৰ্ব্ব আত্মা হৰি জানি সমস্ততে প্ৰিতিকৰি
দ্বেষ ভাব কাকো নকৰয়।
নিৰ্গুণা ভক্তৰ চিহ্ন উত্তম ইহাক বুলি
মধ্যমৰ শুনিও নিৰ্ণয় ॥

সৰ্ব্ব আত্মা হৰি জানি তাৰতম্য প্ৰিতি কৰে
উত্তম মধ্যম সামান্যত।
ইহাকে মধ্যম বুলি প্ৰকৃত যিজন সিটো
প্ৰাণ মাত্ৰ কেবল নৰত ॥

সৰ্ব্ব আত্মা বিষ্ণু প্ৰিতি কৰিবাক নপাৰয়
কিন্তু প্ৰাণী বধ ত্যাগ কৰে।
ইহাকে প্ৰাকৃত বুলি নিৰ্গুণৰ তিনি বিধ
কৈলোঁ শুনা আত অনন্তৰে ॥

যাৰ সব ইন্দ্ৰিয় গণ স্বভাবে বিষ্ণুত ৰমে
ভাগবতী এহিসে উত্তম।
যাহাৰ ইন্দ্ৰিয় গণ যত্নেসে বিষ্ণুত প্ৰিতি
কৰে সিটো জানিবা মধ্যম ॥

যাহাৰ ইন্দ্ৰিয় গণ কৃষ্ণক কৰয় সেবা
কিন্তু সিটো প্ৰিতি বিৰহিত।

'ইহাক প্ৰকৃত বুলি জানা মুনিবৰ সিটো
কিন্তু কামে হৈবেক বৰ্জ্জিত ॥
হৰিৰ যশস্যা চয় শ্ৰবণ কীৰ্ত্তন যিটো
প্ৰিতি ভাবে সদায় কৰয় ।
ইটো মহাভাগবত উত্তম সু প্ৰেম জানা
জগতকে পবিত্ৰ কৰয়
দিনে প্ৰহৰেক মাত্ৰ যিটো জনে শ্ৰদ্ধা ভাৱে
শ্ৰবণ কীৰ্ত্তন কৰি থাকে ।
কিন্তু মহন্তত সিটো বিদ্বেষক নকৰয়
প্ৰকৃত ভকত বলি আকে ॥
যদি আন ভকতত আনৰ লক্ষণ দেখা
তথাপিতো জিজ্ঞাসিয়া চোৱা ।
তাহাৰ নিষ্ঠাক চাই বুজিবাহা অভিপ্ৰাই
জানি তাত পিৰিতি কৰিবা ॥
যিবা ভক্তে যি ভক্তিত নিষ্ঠা কাষ্ঠা কৰি থাকে
তাকেসে কৰিবা সম্ভাষণ ।
তাহাৰ ভক্তিক যেবে ভাল বুলি প্ৰশংসিলে
তেবে তাৰ প্ৰিতিৰ কাৰণ ॥
তথাপি নিৰ্গুণা যিবা যিবা ভাগৱতী ভক্তি
ইটো প্ৰিতি কৰণ দুষ্কৰ ।
শ্ৰবণ কীৰ্ত্তন পৰ যাৰ সদা নিৰন্তৰ
তাত প্ৰিতি কৰা মুনিবৰ ॥

———•———

## দুলড়ি।

এহি মানে মই করিলোঁ বর্ণন
ভক্তৰ যেন লক্ষণ।
কিমতে তাৰাত পিৰিতি হৈবেক
লোকৰ মুক্তি কাৰণ॥
সাধন সহিতে, ভক্তি ভেদ চয়,
কৰিলোহু বিবৰণ।
সকল বর্ণৰ, সব আশ্রমৰ,
দুখ শোক নিবাৰণ॥
অল্প কালে হওঁ, সর্ব্ব সিদ্ধি দিওঁ
কলি যুগে অভিমত।
যাত ভগবন্ত, সন্তোষ হোৱন্ত,
কহিলোঁ মইও তোমাত॥
হে প্রাণ প্রভু, কৃষ্ণ কৃপাময়,
মূঢ়ত হুয়ো সন্তোষ।
নমো নমাই মাথ, পৰশিও নাথ,
বড়াটুটা যত দোষ॥
তোমাৰ চৰণে, শৰণ পশিলোঁ
অগতিৰ কৰা গতি।
আয়ু ব্যর্থে গেল, আজিও নভৈল,
তোমাত দৃঢ় ভকতি॥
ইটো জন্ম গৈলে, পৰলোক ভৈলে,
কি মোৰ হৈব অবস্থা।

'ইহাক প্ৰকৃত বুলি জানা মুনিবৰ সিটো
কিন্তু কামে হৈবেক বৰ্জ্জিত ॥
হৰিৰ যশস্যা চয় শ্ৰবণ কীৰ্ত্তন যিটো
প্ৰিতি ভাবে সদায় কৰয় ।
ইটো মহাভাগবত উত্তম সু প্ৰেম জানা
জগতকে পবিত্ৰ কৰয়
দিনে প্ৰহৰেক মাত্ৰ যিটো জনে শ্ৰদ্ধা ভাৱে
শ্ৰবণ কীৰ্ত্তন কৰি থাকে ।
কিন্তু মহন্তত সিটো বিদ্বেষক নকৰয়
প্ৰকৃত ভকত বলি আকে ॥
যদি আন ভকতত আনৰ লক্ষণ দেখা
তথাপিতো জিজ্ঞাসিয়া চোৱা ।
তাহাৰ নিষ্ঠাক চাই বুজিবাহা অভিপ্ৰাই
জানি তাত পিৰিতি কৰিবা ॥
যিবা ভক্তে যি ভক্তিত নিষ্ঠা কাষ্ঠা কৰি থাকে
তাকেসে কৰিবা সম্ভাষণ ।
তাহাৰ ভক্তিক যেবে ভাল বুলি প্ৰশংসিলে
তেবে তাৰ প্ৰিতিৰ কাৰণ ॥
তথাপি নিৰ্গুণা যিবা যিবা ভাগবতী ভক্তি
ইটো প্ৰিতি কৰণ দুষ্কৰ ।
শ্ৰবণ কীৰ্ত্তন পৰ যাৰ সদা নিৰন্তৰ
তাত প্ৰিতি কৰা মুনিবৰ ॥

## দুলড়ি।

এহি মানে মই করিলোঁ বর্ণন
ভক্তৰ যেন লক্ষণ।
কিমতে তাৰাত পিৰিতি হৈবেক
লোকৰ মুক্তি কাৰণ॥
সাধন সহিতে, ভক্তি ভেদ চয়,
কৰিলোহু বিবৰণ।
সকল বর্ণৰ, সব আশ্রমৰ,
দুখ শোক নিবাৰণ॥
অল্প কালে হওঁ, সর্ব্ব সিদ্ধি দিওঁ
কলি যুগে অভিমত।
যাত ভগবন্ত, সন্তোষ হোৱন্ত,
কহিলোঁ মইও তোমাত॥
হে প্ৰাণ প্ৰভু, কৃষ্ণ কৃপাময়,
মূঢ়ত হুয়ো সন্তোষ।
নমো নমাই মাথ, পৰশিও নাথ,
বঢ়াটুটা যত দোষ॥
তোমাৰ চৰণে, শৰণ পশিলোঁ
অগতিৰ কৰা গতি।
আয়ু ব্যর্থে গেল, আজিও নভৈল,
তোমাত দৃঢ় ভকতি॥
ইটো জন্ম গৈলে, পৰলোক ভৈলে,
কি মোৰ হৈব অবস্থা।

অৰুণ চৰণ, নহি বিস্মৰণ,
কৈত পাইবোঁ কৃষ্ণ কথা ॥
কৃষ্ণ গুণ নাম, ধৰ্ম্ম অনু পাম,
বুলিওক মনে স্বখে।
মনুষ্য শৰীৰ হৰাইলে আমাক,
পাইবে পৰলোকে দুখে ॥
নৰতনু ইটো, ভাৰত বৰিষ,
কলি যুগে হৰি নাম।
স্বামী সব যোগে, আৰ কৈত পাবা
কৃপা কৰা প্ৰভু ৰাম ॥
মই অধমক, মাধব বান্ধব,
আশাক নকৰা ভঙ্গ।
তোমাৰ চৰণ, পিঞ্জৰে পশোক,
 এখনে নাম যে হৰস ॥
তোমাৰেসে অংশ, যত জীব ৰাশি,
তুমি মোৰ নিজ স্বামী।
প্ৰভু দামোদৰ, এতেক গোচৰ,
কৰহু পাৱে প্ৰণামি ॥
তোমাৰ চৰণ, চিত্তে নছাৰোক,
নেৰোক মুখত নাম।
হে কৃষ্ণ প্ৰাণ, দিয়া এহি দান,
ডাকি বোলা ৰাম ৰাম ॥

( সমাপ্ত। )

# জাননী।

তলত লিখা কিতাপ বিলাক আমালৈ লিখিলে পাব পাৰিব। ইয়াৰ বাহিৰেও আন সকলো অসমীয়া কিতাপ আছে।